# শ্ৰীবৎস চিন্তাৰ বনবাস।

প্ৰথম সংস্কৰণ।



শ্ৰীচাৰুচন্দ্ৰ শৰ্ম্মা থাকুৰ

দ্বাৰা ৰচিত ও প্ৰকাশিত।



বিশ্বনাথ আসাম

১৩১৫ সন।

# শ্রীবৎস চিন্তাৰ বনবাস।



প্ৰথম সংস্কৰন।

ৰচিত ও প্ৰকাশিত,

শ্ৰীচাৰুচন্দ্ৰ শৰ্ম্মা থাকুৰ

দ্বাৰা সিংলিজান, পোঃ হেলেম হৈতে।




মূল্য ॥০ অনা মাথোন




সজ্জনাগুণমিচ্ছন্তি মধু বাঞ্ছন্তি ষটপদাঃ।

মক্ষিকা ব্ৰণমিচ্ছন্তি দোষমিচ্ছন্তি পামৰাঃ॥

## পদ।

জয় নমোনাৰায়ন প্ৰভু ভগবন্ত
যাৰ মায়া বৈভবৰ নাহি আদি অন্ত।
প্ৰনামো অনন্ত দেৱ তাহাৰ চৰন
বৈকুণ্ঠ-বিহাৰী হৰি-লক্ষ্মী নাৰায়ন। ১
ভূমি ভাৰ হেতু যত ৰাক্ষস বধিলা
বলিক নিকালি স্বৰ্গে ইন্দ্ৰক থাপিলা।
ভবভয়-হাৰি নাম ভকত বাৎসল
ভক্তিত তোমাক নৰে লভয় কেবল। ২
হেন হৰি চৰনত কৰিয়া প্ৰনতি
শ্ৰীবৎস ৰাজাৰ কথা ভনিবো সম্প্ৰতি।
সৰস্বতি মাৱ মোত হুয়োক প্ৰসন্ন
ৰচিবোঁহো ভাৰতৰ অপূৰ্ব্ব কথন। ৩
যাহাক শ্ৰবনে কলুস হোৱে নাস
পূৰ্ব্বত কৰিল খ্যাত মহামুনি ব্যাস।

শকুনীত পাশা হাৰি যুধিষ্ঠিৰ ৰায়
বনবাস খপিলন্ত সমে চাৰি ভায় ।। ৪
সমে চাৰি ভাই আৰু দ্ৰৌপদ জিয়াৰি
স্বামী সকলৰ সঙ্গে গৈলা বৰ নাৰি ।
বনবাস সংকতত আক্ষেপ কৰন্ত
সেহি কালে যদুনাথে তাহাঙ্ক বুজান্ত । ৫
শুনা ৰাজা কহো আমি পুৰ্ব্বৰ কাহিনী
ভাগ্যৰ অধিন যত সংসাৰৰ প্ৰানি ।
প্ৰাগ্বদেশ ৰাজা আৰু চিন্তা মহাদৈই
শনি কোপে বনবাস খপিলন্ত গই । ৬
ৰাজ্য নাস ভৈল পাচে কাননে প্ৰবেশি
ৰানি সমে মহা দুঃখ শনিক উপেক্ষি ।
বাঢ়য় ৰখিষ মানে অনন্যে ভ্ৰমিল
পুনৰ্ব্বাৰ ৰাজা হৈয়া প্ৰজাক পালিল । ৭
শনি বৰে ভৈল তান শতেক সন্ততি
স্বৰ্গক লভিল অন্তে ভৰ্য্যায়ে সহিতি ।
একমনে শুনা ৰাজা ইতো উপাক্ষান ।
শ্ৰীবৎস নৃপা[illegible] আৰু চিন্তা কোন জন । ৮
প্ৰাগ্বদেশ [illegible] নৰপতি
তান হন্তে [illegible] শ্ৰীবৎস সন্ততি ।
বৃদ্ধকালে [illegible] ৰাজ্যপাট দিয়া
স্বৰ্গবাসি [illegible] পৃথিবি তেজিয়া । ৯

পুত্ৰৱতে পালে প্ৰজা সদানন্দ ময়
ৰাম ৰাজ্য বুলি আন লোকত ঘোষয়।
কামদেৱ তুল্য ৰূপ জ্ঞানে দেবগুৰু
দুষ্টজন যম প্ৰাই দানে কল্পতৰু। ১০
ধৰ্ম্ম কৰ্ম্ম চিন্তি নৃপ থাকন্ত সদায়
হেনয় ধাৰ্ম্মিক লোক সিকালত নায়।
চিন্তাৱতী নামে তাৰ মুক্ষ পাটৰাণী
মহা পতিব্ৰতা চিত্ৰসেনৰ নন্দিনী। ১১
শত হাজাৰেক যজ্ঞ কৰে চান্দ্ৰায়ন
কোনে কৰিবাক পাৰে চিন্তাৰ সমান।
দানে অদৰিদ্ৰ কৰি জগত তুষিল
তান ৰাজ্যে দুখি ভিক্ষি লোক ন থাকিল। ১২
নৱ সত ব্ৰাহ্মনক নিতে ভূঞ্জাৱন্ত
সুবৰ্ণ দখিনা নীতে বস্ত্ৰ দান দেন্ত।
সসাগৰা পৃথিবি সাধিল বাহু বলে
কৰ দেন্ত আসি আন নৃপতি সকলে। ১৩
হেনমতে ৰাজ্য সুখে আছে নৰপাল
শুনা যুদ্ধিষ্ঠিৰ জেন দৈবৰ জঞ্জাল।
কৰ্ম্মৰ ফলক কোনে এড়াইবাক পাৰে
কাল নামে চক্ৰ জানা পাচে পাচে ঘুৰে। ১৪
এক দিনা গ্ৰহপতি আদিত্যৰ সুত
লক্ষ্মীৰ পাষত কহে বচন অদ্ভুত

আমি শ্রেষ্ঠ জন জানা সংসাৰে পূজিত
মোৰ সম লক্ষ্মী তুমি নোহ কদাচিত। ১৫
ত্রিভুবনে আমাৰ অসাধ্য কিছু নাই
অসত্য নোবোলো আবে দেখিওক চাই।
হেন শুনী কমলাৰ ন সহিলা গাৱে
ঘৃত দিলে অগ্নি যেন অধিক উধাৱে। ১৬
চিত্বক শুন্তায়া দেবী বুলিলা বচন
অনুচিত কথা কহ স্বর্জৰ নন্দন।
যত অনর্থৰ হেতু তই সনি গ্রহ
কোন নৰে পূজে তোক কৰিয়া আগ্রহ। ১৭
ভালৰ কাৰন নোহ মন্দকাৰি তই
সর্ব্বথায় জ্ঞাঁট আচে কি কহিবো মই।
চৰাচৰ জগতত আছে যত প্রানি।
আমাক চাৰন্তা জন কর্ণে নাহি শুনী॥ ১৮
স্বর্গ মর্ত্ত পাতালত দেখিয়ো বিচাৰি।
মোক বাঞ্ছা কৰি পূজে গৃহস্থৰ নাৰি॥
ৰাজা প্রজা নিৰন্তৰ দেব গন্ধর্ব্বত।
আমাক তেজন্তা কোনো নাহি সংসাৰত॥ ১৯
আমাক ন চায়ে যিবা সিতো কুলক্ষন।
তাহাঁৰ দুর্গতি নুগুছিবে অনুক্ষন॥
লক্ষ্মীচাৰা বুলি লোকে গৰিহা কৰয়।
অন্ন বস্ত্র বিনে তাৰ তনু হৈবে ক্ষয়॥ ২০

প্ৰত্যয় ন জাৰ যেবে যাহ নৰলোক।
মনুচ্য মধ্যষ্ঠ মানি সংসয় চেদোক॥
দন্ত বাক্যে শনি পাচে দিলন্ত উত্তৰ।
সীঘ্রে জাওঁ আসা আমি শ্রীবৎসনগৰ॥ ২১
শ্রীবৎস নৃপতি হোন্ত পুন্যবান অতি।
তাহান পাশত বুজি আসো শীঘ্রগতি॥
আমাৰ মাজত কোন হৈবে মানি জন।
ন্যায় বুজি কহিবন্ত ভুপতি সুজন॥ ২২
অবিলম্বে শনৈশ্বৰ জলৰ জিয়াৰি।
ওপনিত ভৈল আসি ৰজাৰ নগৰি॥
দিব্য সিংহাসনে বসি আছে নৰনাথ।
আদেস নৃপতি স্বাৰি নমিলন্ত মাথ॥ ২৩
দুৱাৰে আচন্ত দেৱ দুই মহাজন।
আজ্ঞাঁ দিলা নৰপতি আসিলা তখন॥
ভৃঙ্গাৰৰ জলে ৰাজা পাৱ প্ৰক্ষালিল।
বসিবাক লাগি দুই আসন যোগাইল॥ ২৪
দন্দৱত কৰি ৰাজা পুছিলা কথাক।
কোন কাৰ্য্যে আগমন আমাৰ পাষক॥
কহিয়োক দেবি কিবা আদিত্য নন্দন।
কোন কাৰ্য্য সাধো আজ্ঞাঁ কৰোক এখন॥ ২৫
বদতি কমলা ৰাজা কৰিও বিচাৰ।
আমি দুই জন মাজে কোন হোৱে বৰ॥

সত্যবন্ত বুলি তোমা ঘোষে সর্ব্বলোক।
কোন জন শ্রেষ্ঠ হোৱে কহিও প্রতক্ষ॥ ২৬
কতো বেলি মানে ৰাজা মৌন হুয়া ৰৈলা।
ভাবি চিন্তি নৃপ পাচে বচন বুলিলা॥
ক্ষেমিওক দেবি এবে আসিবা প্রভাতে।
এতি ক্ষনে সিদ্ধান্ত নো হয় অকস্মাতে॥ ২৭
শুনী চলি যান্ত দুই আপোন ঠানত।
ৰাজায়ো পশিলা গৈয়া অন্তেষপুৰত॥
জয় নমো নাৰায়ন নিজ ইষ্টদেৱ।
তোমাৰ চৰনে কোটি লক্ষ কৰোঁ সেৱ॥ ২৮
লক্ষ্মীপতি ভগৱন্ত বিশ্বৰ ইশ্বৰ।
যাক সুমৰনে তৰি দুর্ঘোৰ সংসাৰ॥
আমি অতি অভাজন জ্ঞাঁনহিন নৰ।
অভয় দিয়োক মোক প্রভু দামোদৰ॥ ২৯
কৰ যোৰ কৰিয়া বোলোহো প্রিয় বাক।
বঢ়াতুটী দোষ কিছু ক্ষেমিবা আমাক॥
অজ্ঞাঁনিৰ পদ বুলি নিন্দা ন কৰোক।
কৃষ্ণকথামৃতে তুস্ত কৰিয়ো মনক॥ ৩০
অৰন্য পর্ব্বৰ ইতো অপুর্ব্ব আক্ষান।
শ্রবন কির্তন কৰা চিন্তি নাৰায়ন॥ ৩১

# ঢুলড়ি ।

অন্তেষ পুৰত— ৰাজ পটেশ্বৰি,
চিন্তাৰ পাৰত গৈলা ।
আকাশি চৰগ, মাথাত পৰিল,
মৌন হুয়া বসি ৰৈলা ॥ ৩২
ৰাৰি সাৰ শশি, যেহেন দাৱৰে,
খণ্ডেকে ঢাকিলা আঝি ।
সৰিৰ বিবর্ণ, বিৰষ বদন,
চিন্তা সাগৰত ভাৰি ॥ ৩৩
আথে ৰেথে ৰাণী, চামৰ দোলায়ে,
তাম্বুঁল কর্পূৰ দিলা ।
অমৃত মধুৰ, কোমল গম্ভিৰ,
বচন বুলিবে লৈলা ॥ ৩৪
তব মুখ দেখি, প্ৰান জায় ফুতি,
কিনো ভৈল অথন্তৰ ।
কিনোঁ অভাগিয়ে, দোষ আছৰিলো,
কহিয়োক প্ৰানেশ্বৰ ॥ ৩৫
না জানি অপায়, কিবা ভৈল হাঁয়,
ব্ৰাহ্মাঁন বিতুষ্ট ভৈল ।
বিষম কাৰন, কোন শত্ৰু আসি,
নগৰে প্ৰবেশ কৈল ॥ ৩৬

আন দিন নাথ, হৰ্ষিত বদনে,
আসা প্ৰভু মোৰ থানে ।
আজি কিয় নাথ, মৌনে বসি ৰৈলা,
কিবা দুখ তযু মনে ॥ ৩৭
চিন্তাৰ কৰুন, শুনিয়া ৰাজন,
কহন্ত যি ভৈল কথা ।
কমলাৰ সাথে, শনি দ্বন্দ্ব কৰি,
আসিলন্ত মোৰ হেথা ॥ ৩৮
কোন জন শ্ৰেষ্ঠ, দৌঁহাৰ মাজত,
বিচাৰি কহিবে লাগে ।
ৰজনী প্ৰভাতে, ডাকি পথাইলো হোঁ
ন জানি কি য়াছে ভাগ্যে ॥ ৩৯
জগতৰ মাতা, বিষ্ণুৰ ঘৰণী,
জাক দেৱে স্তুতি কৰে ।
যাহাঁৰ কৃপায়, মোক্ষ নৰে পায়,
মহা লক্ষ্মি বাস কৰে ॥ ৪০
জাই যাক প্ৰান, তথাপিতো আন,
অসত্য নোবোলো মই ।
কিন্তু শনি কোপে, পৰিবোঁ নিশ্চয়,
নপাও তাৰ উপাই ॥ ৪১
শুনি চিন্তা সতী, কহে স্বামী প্ৰতি
জানি লো পাইলে কাল ।

কিন্তু সত্য বিনে, অসত্য ন কৈব,
সবেও কৰ্ম্মৰ কল ॥ ৪২
বৈকুণ্ঠৰ নাথ, কমলাৰ পতি,
হৰি বিনে নাহি য়ান।
জাক জিবা কৰে, খন্দাব নোয়াৰে,
ৰাখে বা মাৰে পৰান ॥
হেন মতে খেদ, কৰি য়বিচেদ,
সৰ্য্যাত সুতিয়া আছে।
আকৰ্ষিল নীন্দ্ৰা, চিন্তা দুৰ ভৈলা
সপ্নত দেখিলা পাছে ॥ ৪৩
অৰ্দ্ধ নীশা যোগে, সপ্নত দেখয়,
সভাত আচন্ত বসি।
দক্ষিনতে লক্ষ্মী, সুবৰ্ণ আসনে,
প্ৰকাস কৰন্ত হাঁসি ॥ ৪৪
দেবিৰ বামত, ৰজতে নিৰ্ম্মিত,
আসনে আচন্ত শনি।
মহা আদম্বঁৰে পাৰিসদ সমে,
বসি আছে নৃপমনি ॥ ৪৫
লক্ষ্মিয়ে ৰজাক, পুছিবে খোজন্তে,
নিদ্ৰাহন্তে জাগ পাইলা।
হৰিক সুমৰি, দন্দ দুই মান,
সৰ্য্যাত বসিয়া বৈলা ॥ ৪৬

নমো বাগ্বাদিনি, বাক্য-প্ৰদায়িনী,
মূৰ্খ-দোষ-বিনাসিনী।
উচ্চ নিতম্বিনী, ঈসত হাসিনি,
স্বেত-পদ্মঁ-নিবাসিনি ॥ ৪৭
নমো মা সাৰদা, বৰভয়প্ৰদা,
জ্ঞানদা ভকতিপ্ৰদা।
যাৰ পদে আস, কবি কালিদাস,
লোকত প্ৰসিদ্ধ সদা ॥ ৪৮
প্ৰভু বিস্বনাথ, কৰোঁ যোৰ হাত,
তুমি বিনে য়ান নাই।
জগত-নায়ক, অনাথ জনক
চৰনত দিয়া থাই ॥ ৪৯
কৰা মোক দয়া, দিয়াঁ পদ চাঁয়া,
জুৰাক তাপিত হিয়া।
মোৰ হৃদয়ৰ, এন্ধাৰ গুচাই,
জ্ঞাঁনৰ পোহৰ দিয়া ॥ ৫০
শ্ৰীবৎস চৰিত, বৰষে অমৃত,
তৃপ্তি হৌক পান কৰি।
কহে চাৰুচন্দ্ৰে, তুলড়ি প্ৰবন্ধে,
দাকি বোলা হৰি হৰি ॥ ৫১

যুধিষ্ঠিৰ বদতি কহিয়োক গদাধৰ।
কিবা কৰ্ম্ম কৰিলন্ত পাছে নৃপবৰ॥
প্ৰভাতে আসিয়া শনি কোন কৰ্ম্ম কৈল।
শুনিবাক ইচ্ছা যাই কহিয়ো সকল॥ ৫২
মোৰা পঞ্চ পান্দবৰ তুমি মাত্ৰ গতি।
ৱাৰে বাৰে সংকতত তাঁৰা যদুপতি॥
পাপি দুৰ্য্যোধন ৰাজা কপট আচৰি।
ৰাজ্য দন্দ কাঢ়ি নিলে ভৈলো বনাচাৰি॥ ৫৩
এক বাস ৰজস্বলা দ্ৰোপদ জিয়াৰি।
সভামাঝে লাজ দিলে কৰি অনাছাৰি॥
সিসব দুঃখক স্মঁৰি সৰিৰ দগধ।
কোন কালে সুজিবোহোঁ তাৰ প্ৰতিসোধ॥ ৫৪
আত অনন্তৰে যেন যি ভৈল প্ৰভাতে।
কহন্ত পান্দৱ আগে শুনা সভাষদে॥
সৰ্য্যা ত্যাগ কৰি ৰাজা স্নান কৰিলন্ত।
দেৱতা বিপ্ৰক ভক্তিভাৱে পুজিলন্ত॥ ৫৫
পাত্ৰ পাৰিসদ সমে সভা পাতি বৈলা।
স্বৰ্ণ ৰৌপ্য দুই খান আসন য়নাইলা॥

চাৰু সুষোভীত য়তি ঝলমল কান্তি।
অৰুনৰ ৰথ হেন দেখি হোৱে ভ্ৰান্তি॥ ৫৬
বামে ৰজতৰ আৰু দক্ষিনে সুবর্ণ।
সুকোমল বস্ত্ৰ দিয়া কৰে আচ্ছাদন॥
মধ্যভাগে সিংহাসনে আপুনি বসয়।
হেন কালে উপস্থিত দুই মহাশয়॥ ৫৭
সিংহাসন হন্তে উথি প্ৰনাম কৰিলা।
তুস্ত হৈয়া দুয়োজন আসনে বসিলা॥
ৰজত আসনে শনি আপুনি বসিলা।
স্বৰ্ণাসনে লক্ষ্মী দেবী কেঁৱে নজানিলা॥ ৫৮
পাছে শনৈশ্বৰে বোলে স্নুনহে শ্ৰীবৎস।
তোমাৰ পাষত আইলো কৰিয়া বিচ্ছাস॥
মহীপাল শ্ৰেষ্ঠ তুমি জানো সত্য ভাষি।
আমাসাৰ কোন শ্ৰেষ্ঠ কহিয়ো প্ৰকাশি॥ ৫৯
সত্য কথা কহিয়োক কোন মান্যৱান্ত।
হেন শুনি ভয়ে ৰাজা দিলন্তসি ধান্ত॥
বামে বৈসে সাধাৰন প্ৰধান দখিনে।
কমলা হোৱন্ত শ্ৰেষ্ঠ স্বৰ্ণ সিংহাসনে॥ ৬০
ন্যায় ধৰ্ম্ম দেখিয়োক আসনে বিচাৰি।
প্ৰকাৰে বুলিলা ৰাজা বচনে সাদৰি॥
সিংহাসনে দৃষ্টি কৰি ম্লান মুখ ভৈল।
সভা হন্তে মহা ক্ৰোধে শনি চলি গৈলা॥ ৬১

আসির্ব্বাদ কৰি দেবী নিজ স্থানে গৈলা।
শুনা পাছ কথা শ্রীবৎসৰ যেন ভৈলা॥
পূর্ব্বৱতে কত কাল আছে নৰপতি।
খোজন্তে ফুৰয় চিদ্র শনি ক্রুৰমতি॥ ৬২
দৈবে একদিনা ৰাজা স্নানক কৰন্তে।
কৃষ্ণ বর্ণ কুক্কুৰ আসিলা অকস্মাতে॥
স্নান জল আসি সেহি কুক্কুৰে চাতিলা।
সেহি চিদ্রে ৰাজা দেহে সনি প্রবেসীলা॥ ৬৩
প্রবেশ ভৈলন্ত যদি সনি মহাশয়।
বুদ্ধি নাস মনস্তাপ দিনকে বাঢ়য়॥
অমঙ্গল নগৰত মিলয় সঘনে।
প্রজায়ে প্রজায়ে দন্দ কৰে অকাৰনে॥ ৬৪
সোঁনগুঁই সাংখীনি গৃহত বিৰাজয়।
অনাবাতে বৃক্ষ সব ওভলি পৰয়॥
গৃধ পক্ষি সব আকাসত বনাৱন্ত।
মুখ চাই ফেৰুগনে বিলাপ কৰন্ত॥ ৬৫
হাঁহাকাৰ নগৰত প্রতি ঘৰে ঘৰে।
অনাহাৰে বাল্য যুবা কতো কতো মৰে॥
ৰজায়ে প্রজাৱে দন্দ কৰিবে খোজয়।
ব্রাহ্মাঁন সৎজন আৰু একো ন মানয়॥ ৬৬
দুস্ত কলি পাপ গ্রহ আশ্রয় লৈলেক।
সি কাৰনে এত মান বিপত্তি ভৈলেক॥

প্ৰচন্দ ৰবিৰ তাপ ঘনে বজ্ৰপাত।
কতেক কহিবো তাত সনিৰ প্ৰতাপ॥ ৬৭
ধুৰলী কুঁৱলী যেন নাহি দিবা ৰাতি।
আচম্বিতে পৰি মৰে ঘোৰা আৰু হাতি॥
পাত্ৰ মন্ত্ৰী সকলোৰে বিষাদ মিলিলা।
নৃপতি সৰিৰে যেন অগনি জলিলা॥ ৬৮
নু ৰুচয় অন্নপানি নীদ্ৰা নাহি হয়।
অনুক্ষনে নেত্ৰৰ লোতক বহি চয়॥
দ্বিজ ব্ৰাহ্মঁনক মাৰি ধন কাঢ়ি লয়।
তাংক দেখি নৃপতিৰ সৰিৰ ন সয়॥ ৬৯
দেশান্তৰি ভৈল ভয়ে পাত্ৰ মন্ত্ৰীগন।
একা ৰাজা কি কৰিবে সাৰথি বিহিন॥
অষ্ঠিৰ ভৈলন্ত এবে বিমল পৰানী।
পৃথিবিত পৰিয়া কান্দয় মহামানি॥ ৭০
কোন নো পাপৰ ফলে হৃদয় সালিলে।
ন জানোহো কোন দেৱে আমাক সাপিলে॥
সসাগৰা পৃথিবিৰ যিটো নৰপাল।
তাহঁাৰ দুৰ্গতি হেন লিখন কপাল॥ ৭১
হাহা প্ৰভু কৰ্ত্তা তুমি দৈবকি কুমাৰ।
কোন পাপ আচৰিলো চৰনে তোমাৰ॥
অজ্ঞঁানত যদি নাথ অপৰাধি মই।
তাহাংক ধৰিবে প্ৰভু ওছিত নো হই॥ ৭২

সত্য বিনে অস্যতত পাৰ্ নাহি দিলো।
সি কাঁৰণে ৰাজ্য নষ্ট মনঃ কষ্ট পাইলো॥
নাহিকে ৰাজ্যত কার্য্য অৰন্যে চলিবোঁ।
সনিৰ ৰাজ্যত ৰৈলে জীৱন হৰাইবোঁ॥ ৭৩
দাৰুন আবেগে ৰাজা চিন্তাক বোলয়।
কিবা হৈবে প্রান প্রিয়ে ন পাও উপায়॥
বাপ ঘৰে যাহ প্রিয়ে মই পষোবন।
ভ্রমিয়া সনিৰ ভোগ কৰোঁহো খন্দন॥ ৭৪
ললাতৰ ক্লেশ বিধি কৰে অবসান।
তেবে পুনর্ব্বাৰ প্রিয়ে হৈবে দৰিসন॥
বিজন অৰন্য মাঝে সিংহ বাঘ ঐৰি।
ৰজাৰ জিয়াই কেনে হৈবা বনাছাৰি॥ ৭৫
কণ্টক কাননে তোৰ স্থকোমল কায়।
কেমনে বঞ্চিবি কস্ত সহন নজায়॥
মাঁৰ বাপ ঘৰে বান্ধে থাকা এহি ক্ষন।
ভাগ্য যদি থাকে পুন হইবে মিলন॥ ৭৬
হেন শুনি বৰনাৰী পৰি চৰনত।
কি কহিলা প্রানেশ্বৰ নোহয় যুগুত॥
সুখহৌক দুঃখহৌক নীজ কর্ম্ম ফল।
পতি বিনে অবলাৰ আছে কি সম্বঁল॥ ৭৭
কায়ঁাৰ লগত যেন চায়ঁাৰ গমন।
চৰন সেবিবো দাসি থাকি অনুক্ষন॥

আপদ বিপদে নাৰী স্বামীক তেজয়।
প্ৰতিব্ৰতা ধৰ্ম্ম তাৰ কিমতে থাকয়॥ ৭৮
আপোনি সৰ্ব্বজ্ঞঁ নাথ নকৰা নৈৰাশ।
অবন্যতো ধিক মোৰ পিত্ৰি গৃহে বাস॥
তোমাৰ চৰনে দেৱ এহি ভিক্ষা কৰোঁ।
লগতে নিয়োক দাসি দান্তে তৃন ধৰোঁ॥ ৭৯
যদি চাৰি জাস নাথ গলে দিবো কাতি।
এহি বুলি কান্দিবে লাগিলা চিন্তাসতী॥
কণ্ঠৰো নোলাৱে আতি বাক্য গদ গদ।
দাৰুন শোকত নৃপ হিয়া ভেদি লম্ভ॥ ৮০
সাবতি ধৰিয়া স্নেহে কোলাত বসাইলা।
থাকিওক বুলি কত মতে বুজাইলা॥
একো মতে নোয়াৰি কৰিবে চিত থিৰ।
আদেস দিলন্ত পাছে দুঃখিত অন্তৰ॥ ৮১
বস্ত্ৰ দিয়া কাঠা এক কৰোঁ গুনৱতী।
তাৰ মাঝে ধন ৰত্ন ৰাখা শীঘ্ৰগতি॥
আপদ বান্ধৱ ধনে সহাই কৰিব।
বস্ত্ৰ মাঝে থাকিবন্ত কেহো ন জানিব॥ ৮২
যাদৱ বদতি হেৰা ধৰ্ম্মৰ নন্দন।
অনন্তৰে কাঁঠা এক কৰিলা নিৰ্ম্মান॥
বহুমুল্য অল্প ভাৰ কাঞ্চনৰ মনি।
হীৰা মৰকত দিয়া গঠিলন্ত ৰানী॥ ৮৩

তদন্তৰে ভৈলা আসি ৰজনী উদিত।
আকাসত পুৰ্ণ চঁন্দ্ৰ কৰিছে সোভিত ॥
সুনিৰ্ম্মল চন্দ্ৰ মাৰ চাৰি পাষে বেঢ়ি।
লক্ষ কোটি তাৰাগনে প্ৰকাশে আবৰি ॥ ৮৪
আইশ প্ৰানেশ্বৰী বুলি গৃহ বাজ ভৈল।
কাঁঠা মাথে কৰি চিন্তা লগতে লৰিল ॥
নিশবদে যান্ত চলি ভাৰ্য্যাৰে সহিত।
নগৰ উতৰ ভাগে পশিলা বনত। ৮৫
নিদাৰুন বিধি কৈলা শনি দুৰাচাৰি।
ৰাজ্যনাশ বনবাস সঙ্গে লৈয়া নাৰী ॥
শাৰি শাৰি বৃক্ষ আৰু তৃনলতাচয়।
তাৰ মাজে ধিৰে ধিৰে যান্ত মহাশয় ॥ ৮৬
অনেক এৰাইল আৰু বন উপবন।
তাত পাছে যিবা ভৈল শুনা সৰ্ব্বজন ॥
ভয়ংকৰ নদি খান তথাতে দেখিল।
মেঘে যেন গৰ্জে শুনি জলৰ আস্ফাল ॥ ৮৭
সাগৰ সংকাষ সেহি নদি খান বহে।
কি মতে হৈবোঁহো পাৰ চিন্তা কৰি ৰহে ॥
বৃক্ষ তলে বসি ৰাজা বিষাদ কৰয়।
হাঁয় মোৰ ভাগ্যে কত জাতনা আছয় ॥ ৮৮
পথশ্ৰমে শ্ৰান্ত মহা সৰিৰ বিকল।
সনিৰ মায়াতে জানো এবেসে থেকিল ॥

ভগ্ননৌকা লৈয়া এক বৃদ্ধ যে কান্দাৰি।
আসিয়া ৰাজাক কহে বচন চাতুৰি॥ ৮৯
কিবা নাম কৈত বাস কহ সবিশেষ।
কাৰ নাৰী চুৰি কৰি পলাইবাক ছাষ॥
ৰাজা বোলে মোৰ নাম শ্ৰীবৎস আছিল।
প্ৰাগ্‌দেশ অধিকাৰি আমাকে কৰিল॥ ৯০
দৈবকোপে ৰাজ্য মোৰ ভৈল নষ্ট প্ৰায়।
সি কাৰনে বনে আসোঁ সহিত ভৰ্য্যায়॥
কান্দাৰি বোলন্ত যদি হোৱ নৰেশ্বৰ।
কৈত গৈল ইস্ত বন্ধু কৈত মন্ত্ৰিবৰ॥ ৯১
হেন শুনি কহে ৰাজা বিষাদ অন্তৰে।
আপদ কালত ভাতৃ বন্ধু পৰিহৰে॥
সিসব কথাত তোৰ কিবা প্ৰয়োজন।
পাৰ কৰি দেহ যদি পাবে কিছু ধন॥ ৯২
কান্দাৰি বোলয় সত্য শুনা নৰপতি।
অতি জিৰ্ণ নৌকা হোৱে ভয় পাওঁ অতি॥
খুদ্ৰ নোহে নদি এহি পানি বৰ ধাৰ।
যদি পাৰ কৰোঁ তেবে দুই তিনি বাৰ॥ ৯৩
অন্য জন হৈলে আমি পাৰ নাহি কৰোঁ।
তোমাৰ দুৰ্গতি দেখি সহিবে নোয়াৰো॥
হেন জানি মহাৰাজা আছে সদুপাই।
মাল বস্তু যিবা থাকে দিয়োক পথাই॥ ৯৪

ইথানতে বসি ৰজা থাকিওক চাই।
পুনৰ্ব্বাৰ নৌকা আনি লৈয়াজাবো মই ॥
কান্দাৰিৰ বানি শুনি শ্রীবৎস নৃপতি।
কাঁঠাখান নাৱে তুলি দিলা হৰ্ষমতি ॥ ৯৫
কাৰ্য্য সিদ্ধি কৰি সনি নাও বাহি গৈল।
ইপাৰত থাকি দুই দেখিবাক লৈল ॥
বনপৰ্ব্ব মধুৰ অমৃত ইতিহাস।
যাহাৰ শ্রবনে পাপ হোৱন্ত বিনাশ ॥ ৯৬
পৰম অবোধ আমি দ্বিজ শিশুমতি।
দোষ নধৰোক কৰোঁ সবাকে মিনতি।
কেশৱৰ লিলা ইটো কৰিওক পান।
পদ ছন্দে বিৰছিলোঁ শ্রীবৎস আক্ষান ॥ ৯৭

---

শ্রীকৃষ্ণ বদতি শুনা ধৰ্ম্ম নৃপমনি।
তদন্তৰে যি কৰিলা সনি মহামানি ॥
একে একে কহিবোহোঁ তোমাৰ গোচৰ।
পান কৰি তৃপ্তি হৌক চাৰি সহোদৰ ॥ ৯৮
যেতি খনে কাঁঠাতুলি নাৱত দিলন্ত।
কতোতুৰ গৈয়া নাৱ অদৃশ্য ভৈলন্ত ॥

নাহি কন্ত পানি তৈত সুস্ক বালিময়।
শুবধ ভৈলন্ত যেন সঁপোন দেখয়॥ ৯৯
তেবে জানিলন্ত ইতো সনি মায়াধাৰি।
ছল কৰি নিলে মোৰ সব ধন হৰি॥
হাত হন্তে নিলে কাঢ়ি সনি দুৰাচাৰ।
ধিক মোৰ জীৱনত ধিক সতবাৰ॥ ১০০
সাক্ষাতে দেখিলা চিন্তা শনিৰ ছলনা।
ভয়তে কাম্পঁয় অঙ্গ সহজে ললনা॥
মনে খেদ কবি ৰাজা কাননে ভ্ৰময়।
কণ্টক কাননে চিন্তা সুকুমল কায়॥ ১০১
মন্দাৰ ফুলিছে যেন বসন্ত কালত।
হেনমতে ৰুধিৰ বহয় শৰীৰত॥
সুৰুজ উদয়ে চিন্তা চাহিয়া দেখিল।
সোকৰ অগনি আৰু দুগুনে জলিল॥ ১০২
উচুপী উচুপী কান্দে চিত নোহে সান্ত।
নেত্ৰৰ লোতকে সৰ্ব্ব গাৱ বহি যান্ত॥
তিন দিন তিনি ৰাতি হেন মতে গৈল।
নাহি অন্ন পানি ফল মুলকো হৰিল॥ ১০৩
সেহি বন এড়ি য়ান বনত চলিলা।
কতো দুৰ জান্তে এক সৰোবৰ পাইলা॥
দেখিলন্ত আৰু তৈতে সুফল বদৰি।
তাহাকো আনিলা ৰাজা নিজ বস্ত্ৰে ভৰি॥ ১০৪

সৰোবৰ জলে দুয়ো স্নান কৰিলন্ত।
হৰিক সুমৰি সেহি ফল ভুঞ্জিলন্ত॥
স্নান জলপান কৰি কিছু শান্ত ভৈলা।
বৃক্ষতলে বসি চিন্তা নিদ্ৰা আকৰ্ষিলা॥ ১০৫
সেহি সৰোবৰ হন্তে মৎসজীবি এক।
কান্ধে জাল লৈয়া আসে দেখিলন্ত তাক॥
দাক দিয়া বোলে ৰাজা সুনাহে ধীবৰ।
তিন দিন তিন ৰাতি আছোঁ অনাহাৰ॥ ১০৬
একখানি মৎস যদি দেশ দয়া কৰি।
ক্ষুধাত বিকল তনু বুঝি প্ৰাণে মঁৰি॥
ৰাজাৰ বচনে সিতো মৎসজীবি জন।
একথিৰে নিৰিখন্ত দোহাৰো বদন॥ ১০৭
মৎস নাহি মিলে দেখা কি দিবো তোমাক।
পালতি আসিছোঁ হেৰা ঘৰে জাইবাক॥
ৰাজা বোলে বাপুহেৰা মোৰ বাক্য ধৰা।
ইবাৰ উথিব মৎস বিলম্ব নকৰা॥ ১০৮
মোক কিছু দিবা আৰু ঘৰে লৈয়া জাইবা।
পুত্ৰ পৰিয়াল সৈতে মহাসুখে খাইবা॥
সাধক পুৰুষ মানি জালতুলি লৈলা।
তিৰত থাকিয়া ৰাজা আদেস কৰিলা॥ ১০৯
তাল বেতালক ৰাজা স্মঁৰণ কৰয়।
খেৱা দিয়া জাল সিতো ধিবৰে পাতয়॥

কতো বেলি থাকি পাছে জাল তুলিলেক
জালত উথিলা বড় মৎস যে অনেক ॥ ১১০
দেখি ধিবৰৰ মনে আনন্দ অপাৰ।
ৰজাৰ চৰনে পৰি কৰে নমস্কাৰ ॥
তৈৰহস্তে এক গোট মৎস বাছি লৈল।
দগ্ধ কৰিবাক লাগি ৰাণী হাতে দিল ॥ ১১১
ৰাণী বোলে প্ৰাননাথ উছিত হোৱয়।
মিন পোৰা খাইলে শনি তুস্ত বুলি কয় ॥
অনন্তৰে গৈয়া ৰাণী মৎস পুৰিলন্ত।
বৃক্ষতলে বসি ৰাজা নিদ্রিত ভৈলন্ত ॥ ১১২
পোৰা মৎস দেখি ৰানি খেদ কৰে মনে।
ভূপিতি নোহন্ত যাৰ সতেক বেঁঞ্জনে ॥
সৰ্ব্ব চুচ্য লেহ্য পেহ্য ভোজন অমৃত।
হেন জনে দগ্ধ মিন দিবোহোঁ কি সত ॥ ১১৩
সৰোবৰে নামি চিন্তা মিনক প্ৰক্ষালে।
হস্ত হস্তে গৈলা মৎস অগাধ সলিলে ॥
অনেক খুজিয়া ৰানি মৎসক ন পাইল।
ধৰণীত পৰি কান্দে হৈয়া বিয়াকুল ॥ ১১৪
কি বোল বুলিবো আবে ৰাজা খুধাতুৰ।
জানো যে বোলন্ত পাছে কৰিছ চতুৰ ॥
ধিক মোৰ জীৱনত ধিক সত বাৰে।
স্বামীৰ এতেক দুঃখ নয়ন গোছৰে ॥ ১১৫

জলে জাম্প দিৱোঁ কিবা অগ্নি জালি মৰোঁ।
পাষানতো ধীক প্রান কোন হেতু ধৰোঁ ॥
পোৰা মাছ বাছে হেন কৈতয়াছ স্থনি
কিমতে বিচ্ছাস কৰিবন্ত নৃপমণী ॥ ১১৬
দাৰুণ সোকত কান্দে হিয়ে মুস্তি হানি।
ধৰিবে নোয়াৰে প্রান সহজে ৰমণী ॥
ৰাজা আসি বোলে প্রিয়ে ক্ষুধা পাইল বড়।
মিন পোৰা দেহ চিন্তা বিলম্ব নকৰ ॥ ১১৭
হেন শুনি ৰাণি শোকে নধৰন্ত হীয়া।
উছুপী উছুপী কান্দে গালে বস্ত্র দিয়া ॥
কিবা দিবো প্রাননাথ মোৰ কর্ম্মদোষে।
পোৰা মৎস হেৰুয়াইলো সৰোবৰে সেষে ॥ ১১৮
ৰাজা বোলে বুঝি কান্দ ইহাৰ কাৰন।
নাজানহ দুস্ত শনি কৰিছে দংসন ॥
আত অনন্তৰে সুনা ধর্ম্মৰ তনয়।
আকাশৰ পৰা শনি বাক্য প্রহাৰয় ॥ ১১৯
স্থন ঐৰে নৰাধম অধম দুর্জ্জন।
হৰিলোহো মৎস আমি স্থর্য্যৰ নন্দন ॥
আমি চোত লক্ষ্মী বৰ কহিলা ভুপতি।
কৈত গৈল লক্ষ্মী তোৰ কহ পাপমতি ॥ ১২০
সত্যবাদি জিতেন্দ্রীয় জানি তোৰ থানে।
কৰিলি বিচাৰ হেন কাৰ সহে প্রানে ॥

তেবেযে জানিবি কিছু পৰিচয় দিবোঁ।
ৰাজ্য নাসি বন মধ্যে কত কি কৰিবোঁ॥ ১২১
ত্ৰেতাযুগে অবতাৰ পুৰ্ন্ন ৰামচন্দ্ৰ।
ভৰতক ৰাজ্য দিলো কৰিয়া প্ৰবন্ধ॥
ভাৰ্য্যা সমে খেদাড়িলো পঞ্চঁবতী বনে।
হৰিনিলে তৈতে সীতা দুৰ্জ্জয় ৰাৱনে॥ ১২২
ৰাজ্য ধন স্বামী হেৰাই আমাৰ মন্ত্ৰনে।
সয়ং লক্ষ্মী সীতা গৈল অশোক কাননে॥
মোক অৱহেলি ইন্দ্ৰ স্বৰ্গ অধিকাৰি।
কত কাল ৰহিলন্ত ভগঅংগ ধৰি॥ ১২৩
আমি অল্পজন তুমি পৃথিবী ইশ্বৰ।
ইহাৰ উছিত শাস্তি ভুগিবি পামৰ॥
পৰ্ব্বত নৃপতি কন্যা মেনকা নন্দিনী।
দক্ষ যজ্ঞেঁ দেহ ত্যাগ মহেস ঘৰিণী॥ ১২৪
মোৰ সহে বিসম্বাঁদে আপুনি শ্ৰীহৰি।
কাতিলে মন্দাকি শিলা কৃমি ৰূপ ধৰি॥
গনেশৰ মুন্দ পাত হস্তিৰ যোৱন।
সৰ্ব্ব ঘতে ছিতি মোৰ সৰ্ব্বত্ৰে গমন॥ ১২৫
দৈত্য বংসে বলিৰাজ ভৈলা মহা দৰ্প।
পাতালে কৰিলো বন্দি নাশ কৰি গৰ্ব্ব॥
সিংহাসনে শ্ৰেষ্ঠ বুলি লক্ষ্মিকে মানিলি।
কপতাচৰন কৰি মোক লাজ দিলি॥ ১২৬

মোত দোষ নাহিকন্ত নিজে ভৈলি নাশ।
কৈত আছে লক্ষ্মি তোৰ বিচাৰিয়া চাস॥
একদৃস্তে চান্ত ৰাজা সভয় অন্তৰে।
চঞ্চল ভৈলন্ত ৰাণী শৰিৰ শিহৰে॥ ১২৭
অলক্ষিতে প্ৰহাৰন্ত বাক্যবান চয়।
ওপৰত চান্ত ৰাজা কিছু নেদেখয়॥
তৈৰহন্তে অন্তৰিয়া অন্য বনে গৈলা।
কহিবোহো অনন্তৰে যেন মত ভৈলা॥ ১২৮
স্থনিলন্ত যেবে ক্ৰোধ সনিৰ বিস্তৰ।
অবলা হৃদয় অতি নাহি হয় ষ্ঠিৰ॥
নানা ষ্ঠান ভ্ৰমিলন্ত পৰ্ব্বত কানন
প্ৰবেশ ভৈলেক পাছে ছৈত্ৰধজ বন॥ ১২৯
গ্ৰিস্মঁ কালে অতিশয় ৰবিৰ কিৰন।
কাতৰ হৃদয়ে চিন্তা কৰে নিবেদন॥
দিব্য সৰোবৰ জল পদ্মঁ বিকষিত।
স্নান কৰোঁ এহি ষ্ঠানে আছোঁহো ক্ষুধিত॥ ১৩০
হেন শুনি উভয়ে কৰন্ত তৈতে স্নান।
ইন্তগুৰু তৰ্পণ কৰিলা সমাধান॥
বিচাৰি আনিলা তাত স্থফল বদৰি।
তাহাংক ভুঞ্জিলা দুই শ্ৰান্তি দুৰ কৰি॥ ১৩১
বৃক্ষতলে বসি ৰাজা ঘোৰনিদ্ৰা ভৈলা।
স্বামীৰ কাষতে ৰাণি বসিয়া ৰহিলা॥

স্বামীৰ চৰণ সেৱি থাকিয়া সুন্দৰি।
কতক্ষণে নিদ্ৰা গৈয়া ৰৈলা বৰনাৰী॥ ১৩২
হেন মতে ৰহিলন্ত ঘোৰ নিদ্ৰে পৰি।
নজানিলা আৰু কত আছে বিভাবৰি॥
অনন্তৰে সূৰ্জদেব অস্তগত ভৈলা।
ঘোৰ অন্ধকাৰ কৰি কানন ঢাকিলা॥ ১৩৩
বাঘ, সিংহ পালে পালে কৰন্ত ভ্ৰমণ।
খেতৰ খেটৰীকতো বিকত দসন॥
মৃগেন্দ্ৰ গজেন্দ্ৰ আৰু ভালুক গন্দাৰ।
ঝাকে ঝাকে বিহাৰন্ত পশু ভয়ঙ্কৰ॥ ১৩৪
তাসম্বাৰ ঘোৰশব্দে চমকি উথিলা।
দুই হস্তে ৰাণিক যে সাবতি ধৰিলা॥
দৰসনে ভয়পান্ত শ্ৰীবৎস নৃপতী।
মনত বোলন্ত ৰক্ষা কৰাঁ যদুপতি॥ ১৩৫
নমো নমো ৰলি দৰ্পহাৰি চক্ৰধাৰি।
নমস্তে নৃসীংহৰূপী অসুৰ সংহৰি॥
কৃপাকৰা দিননাথ করুনা নিধান।
ইহেন সংকতে নাথ কৰাঁ পৰিত্ৰান॥ ১৩৬
গোবিন্দ গোপাল গদাধৰ ৰমাপতি।
সম্মুখ বিপদে মোক ৰাখিয়ো সম্প্ৰতি॥
মাধৱ মুকুন্দ মধুসোদন মুড়াড়ী।
নমস্তে নৃসিংহমুৰ্তি হিৰণ্যবিদাৰি॥ ১৩৭

দয়ামায় হৰি তুমি অগতিৰগতি।
নিজগুণে ৰাখিয়োক ওহে জগত পতি॥
স্তবেতুষ্ট হৈয়া পাছে দেৱ চক্রপাণী।
ভয় নাহিকন্ত বুলি ভৈলা দৈববাণী॥ ১৩৮
থাকিয়োক অৰণ্যত নির্ভয় অন্তৰ।
কতদিন অন্তেহৈবা ৰাজ্যৰ ইস্বৰ॥
সেহি বেলা দিনমণি প্রভাত আকাসে
সুবর্ণ কিৰণ ঢ়ালি কানন প্রকাশে॥ ১৩৯
অভয় দিলন্ত হৰি থাকি বিমানত।
ধিৰে ধিৰে জান্ত ৰাজা ঘোৰ অৰণ্যত॥
শাল তাল তমাল চন্দন দেবদারু।
খের্জুৰ বদৰি বৃক্ষ পাৰলী অগৰু॥ ১৪০
আম জাম কঠাল তাম্বুল নাৰিকল।
কদম্ব শীৰিষ কতো নানাযাতি ফল॥
মনুষ্য দুর্গম ঠাঁন কেবলে দুজন।
পঞ্চবতী বনে যেন শ্রীৰাম লক্ষ্মন॥ ১৪১
দির্ঘি সৰোবৰ কত আচন্ত প্রকাশি।
ফুলি আছে পদ্ম ফুল যেন চন্দ্রমুখি॥
চাম্পা নাগেস্বৰ কাতা হোন্ত প্রস্ফুতিত।
গোলাপ মালতি যাঁতি কৰ স্তসোভিত॥ ১৪২
নন্দন কানন যেন দেখি মনোহৰ।
হালি জালি ক্রিৰা কৰেসমে পবনৰ॥

মালতিৰ গন্ধে ৰত মধুকগণে।
পাঞ্চ স্বৰে গীত গান্ত কোকিল স্বজনে॥ ১৪৩
ৰাজহংস ঝাকে ঝাকে কেলি কৰে জলে।
জাহাক প্ৰশংসা কৰে অমৰ সকলে॥
যথাত আচন্ত মহা সিদ্ধ মুণিগণ।
দৰ্শনে আনন্দ বৰ শ্ৰীবৎস ৰাজন॥ ১৪৪
সেহি বনে চৈত্ৰ ধজ মুনিৰ আশ্ৰম।
কত কাল ৰহিলন্ত কৰিয়া বিশ্ৰাম॥
সুনিওক হৰি কথা কত কাল জিবা।
হৰিক নভজি অন্তে নৰকে পৰিবা॥ ১৪৫
ধন জন মৰনে সকলো বৈবেপৰি।
কেৱল জাবেক মাত্ৰ সঙ্গি কিছু থৰি॥
তাংক ঘোৰ অগনিত কৰিবন্ত চাই।
সমনে সদনে মাত্ৰ হৰিষে উপাই॥ ১৪৬
সময় থাকন্তে হৃদে চিন্তিয়োক কাম।
সুখে দুঃখে নচাৰোক ৰামকৃষ্ণ নাম॥
বনপৰ্ব্ব মধুৰ অমৃত ইতিহাস।
যাহাংক শ্ৰবণে কলুষ হোয়ে নাস॥ ১৪৭
পৰম অজ্ঞাণী মই দিজ শিশু মতি।
নজানোহো পদ চন্দ নজানো মিনতি॥
চিদানন্দ মৃয়ি দেবী কমল লোচনী।
দৰিদ্ৰতা বিনাসিনী বিস্তুৰ ঘৰিণী॥ ১৪৮

মহালক্ষ্মী হৰি প্ৰিয়া বাঞ্ছা কৰি মনে।
দ্বিজ চাৰুচন্দ্ৰে ভনে চিন্তি নাৰায়নে॥ ১৪৯

---

## কাঠুৰিয়া গৃহে ৰাজাৰ স্থিতি ও চিন্তা হৰণ।

আঁত অনন্তৰে স্থনা কৌৰবৰ পতি।
বুলিবে লাগিলা ৰাজা চিন্তা ৰাণী প্ৰতি॥
যতেক কহিলে শনি যথাৰ্থ ফলিলে।
ৰাজ্য নাশ বনবাস মনস্তাপ দিলে॥ ১৫১
অন্তৰে জলিছে প্ৰিয়ে কোন ঠাৈনে যাব।
নিজ কৰ্ম্মাৰ্জিত পাপ অৱস্যে ভুঞ্জিব॥
আমাৰ কুদিন ভৈল নোহয় খন্দন।
নহে কিয় দন্দ কৰি আসিব দুজন॥ ১৫২
ভাল মন্দ দোষ যত জানে গদাধৰ।
আমাৰ একান্ত ভাৰ তাঁহাৰ ওপৰ॥
যুগল চৰণে ভক্তি থাকোক সম্প্ৰীতি।
নিজ ভাগ্যে স্থখ দুঃখ কি দোষ শ্ৰীপতি॥ ১৫৩
সদা চিন্তা কৰি ৰাজা অৰণ্যে ভ্ৰমন্ত।
ফল মুল খান্ত কতো উপবাষে যান্ত॥
ধৰ্ম্ম কৰ্ম্ম স্থমৰন্তে ক্লেশ বৰ পাই।
হেন মতে সপ্ত বৰ্ষ দিন অন্ত যাই॥ ১৫৪

পূৰ্ব্বয়তে ফল মূল তথাত নপান্ত।
অৰণ্য তেজিয়া ৰাজা নগৰত যান্ত ॥
নগৰ দক্ষিণ দিসে প্ৰৱেশ কৰিলা।
সত সত গৃহ তৈতে পথত দেখিলা ॥ ১৫৫
কাথুৰিয়া লোক সেহি কানন নিকতে।
কাষ্ঠ বেচি পোষ যান্ত পুত্ৰ নাৰি সৈতে ॥
আস্ৰয়ক মনে ৰাজা আগ বাঢ়ি যান্ত।
দেখন্তে আচ্ছাস বাক্যে পুচন্ত তৰিত ॥ ১৫৬
কৈৰ হন্তে আসি আছাঁ তুমি মহামতি।
আস্ৰয় বিহিন জনো কহা শীঘ্ৰগতি ॥
বসি বাক লাগি আনি দিলা কুসাসন।
কহন্ত নৃপতি বসি নিজ প্ৰয়োযন ॥ ১৫৭
মোৰ সম দুঃখিজন নাহি ত্ৰৈলোকত।
ফল মুল ভুঞ্জি আমি ভ্ৰমিলো বনত ॥
আছিলো উত্বম জন সকলো নাসিলোঁ।
অদৃস্তৰ পাকে পৰি বনবাসে আইলো ॥ ১৫৮
সঙ্গে মাত্ৰ ভাৰ্য্যা মোৰ স্বনিয়ো আতাই।
তোমাৰা কৰহ দয়া তেবে ৰক্ষা পাই।
অনাহাৰে কস্ত পায় আসিলো ইথায়।
দুঃখি জন প্ৰতি দয়া কৰিবে যুৱায় ॥ ১৫৯
ৰাজাৰ কাৰুণ্য স্বনি দয়া উপজিলা।
থাকিয়োক বুলি সবে আচ্ছাস কৰিলা ॥

আমা সাৰ সঙ্গে কাষ্ঠ প্ৰত্যহ আনিবা।
নিজ কৰ্ম্মে থাকি কিছু কস্ত নাহি পাবা॥ ১৬০
তাসম্বাঁৰ বাণী স্থনি নৃপতি থাকিলা।
ভাল বুলি এহি হৌক উছিত কহিলা॥
অনন্তৰে সেহিথানে থাকি দুইজন।
ৰহিলা গুপুতে ৰাজা নীৰানন্দ মন॥ ১৬১
প্ৰতিবাসি নাৰি যত গ্ৰামত আছিলা।
চিন্তাৰ বিনয় বাক্যে সবে বস ভৈলা॥
হিতবাক্য শাস্ত্ৰ কথা কৰান্ত শ্ৰবন।
স্থনি আনন্দিত হোন্ত যত নাৰিগণ॥ ১৬২
চতুৰ্পাযে ৰামাগণে আবৰি থাকয়।
তাৰাৰ মাজত যেন চন্দ্ৰমা সোভয়॥
উথিয়া প্ৰভাতে যত কাঠুৰিয়াগন।
নৃপতিক দাক দিয়া বোলে যাওঁ বন॥ ১৬৩
তাসম্বাঁৰ সঙ্গে ৰাজা কৰন্ত গমন।
প্ৰবেস ভৈলেক গৈয়া কাস্থৰ কাৰন॥
কাস্থ কাটি বোজা বোজা কৰিয়া বন্ধন।
ফল মুল খুজিবে লৈলন্ত ঘোৰ-বন॥
হেন দেখি শ্ৰীবৎস মনত কৰি সাৰ।
বাছি বাছি লয়ে সব কাস্থ চন্দঁনৰ॥
সাৰিহুয়া চলিজান্ত কাস্থ সাজি কৰি।
নৃপতিও জান্ত চলি লৈয়া যত খৰি॥ ১৬৫

বজাৰত কাষ্ঠ বিকি সবে লৈলা ধন।
কেহোবা বিচাৰি লৈল খাদ্য প্ৰয়োযন॥
চন্দনৰ খৰি লৈয়া শ্ৰীবৎসৰাজন।
বেছিবাক যান্ত পাছে বনিক সদন॥ ১৬৬
দিব্য সাৰ চন্দনৰ দেখি সদাগৰ।
উচিত গনিয়া মূল্য দিলন্ত সত্বৰ॥
তঙ্কা দুই চাৰি ৰাজা কাষ্ঠ বেছি পাইলা।
ভাল ভাল খাদ্য যত সামগ্ৰি কিনিলা॥ ১৬৭
আতব তন্দুল আৰু মগু ঘৃত ছিনি।
শাক মৎস তৈল্য আদি লৈলা ভাল জানি॥
অনেক উত্বম দ্ৰব্য আনি নৰপতি।
গৃহত যোগাইল নিয়া চিন্তাৰাণী প্ৰতি॥ ১৬৮
আৰু কহিলন্ত ৰাজা মধুৰ বচন।
কাথুৰিয়া লোক সব কৰোঁ নিমন্ত্ৰঁন॥
সন্তোষ ভৈলন্ত সুনি চিন্তা পতিব্ৰতা।
অম্লান বদনী ৰামা সদা হৰ্ষযুতা॥ ১৬৯
ৰন্ধন কৰন্ত ৰাণী বিবিধ প্ৰকাৰ।
স্নান অন্তে ৰাজা আসি দেখিলা সত্বৰ॥
কাথুৰিয়া লোক তৈতে যতেক আছিল।
ভোজন কৰিবে লাগি মাতিয়া আনিল॥ ১৭০
সুদ্ধ সিদ্ধে দেন্ত আনি অন্ন যে বেঞ্জন।
ভোজনে তৃপিতি ভৈল সবাকাৰ মন॥

পিয়ূষ সমান অন্ন ভুঞ্জি সর্ব্বজন।
ধন্য ধন্য কৰি যান্ত কাঠুৰি ভবন॥ ১৭১
মিষ্ট বাক্যে সবাহাঙ্কো দিলন্ত বিদাই।
পাছতে ভুঞ্জয় নৃপ হৃষ্টচিত হুই॥
হেন মতে সুখে দুখে আচন্ত তথাত।
শুনিয়োক কুৰুপতি লিখন ললাত॥ ১৭২
বানিজ্য কাৰণে এক আসি সদাগৰি।
দৈবেতে আটক ভৈল ঘাটে তাৰতৰি॥
হুথাং কাৰে নৌকা তান লাগিলা বাল্লিত।
হাহাকাৰ কৰে সাধু যেন বজ্র ঘাত॥ ১৭৩
হেনকালে দেখা হেৰা দৈৱৰ ঘতন।
গ্ৰহবিপ্ৰবেসে সনি দিলা দৰশন॥
কাঁধে পাঁজি পুথি লৈয়া দৈবগ্যঁৰ বেশ।
সাধুৰ মঙ্গলবৰ্ত্তা কহন্ত অসেষ॥ ১৭৪
কিবা দুখে কান্দা হেৰা স্থিৰ কৰা মন।
হেন বা বিপদ তোৰ ভৈল কি কাৰন॥
আদিত্যাদীগ্ৰহা সৰ্ব্বে কিছু নাহি দোষ।
ৰবিসূত সনি মাত্ৰ কৰন্ত আক্ৰোষ॥ ১৭৫
জৈসানী আসিলা তুমি বাণিজ্য কাৰন।
সতি নাৰি সনি পুজা কৰিলা হেলন॥
ধুপ দিপ গন্ধে পুষ্পে পুজি লন্ত সতী।
প্ৰসাদ নলৈয়া তুমি আস সিঘ্ৰগতি॥ ১৭৬

হেন স্তুনি নমস্কাৰ কৰি দিজবৰে।
কহিবে লাগিলা সাধু যোৰ কৰি কৰে ॥
অমৃত সমান শুনী তোমাৰ বচন।
সত্য হোন্ত তৰ বাক্য কৰো অনুমান ॥ ১৭৭
কিৰুপে নীস্তাৰ পাও এ দুখ ৰজনী।
ইহাৰ উপাই কহ ওহে দ্বিজ মণি ॥
পুনৰপী গ্ৰহদেবে কৰিবো পুজন।
এঘোৰ দুৰ্গতি মোৰকৰোক খন্দন ॥ ১৭৮
ব্ৰাহ্মঁন বদতি সাধু স্তুনিয়ো বচন।
এহিগ্ৰামে আছে যত সতী নাৰিগন ॥
বিনয় সম্ভাষি তাক আনিয়ো সম্প্ৰীত।
ধন পাইলে দুখীগন হৈবেক সন্মত ॥ ১৭৯
তাহাৰ মাঝত জিবা প্ৰতিব্ৰতা নাৰি।
তাইৰ পৰসে স্তুদ্ধ হুইবেক তৰি ॥
পত্ৰিব্ৰতা নাৰি জাতি লক্ষ্মি অৱতাৰ।
অনায়াসে হেন সংকতত হৈবা পাৰ ॥ ১৮০
এতেক বুলিয়া দ্বিজ ভৈলা অন্তৰ্দ্ধান।
শুনি হৰষিত ভৈল সাধু মহাজন ॥
পাইলো পৰমতত্ব দ্বিজ সমিলনে।
কিংকৰ দিলা আজ্ঞাঁ হৰষিত মনে ॥ ১৮১
কাস্থজিবি নাৰিগণ আনিবে লাগয়।
যতেক কহিল দ্বিজ মোৰ মনে লয় ॥

বিনয়ে সম্ভাষি মোৰ কহিবা মিনতি।
জিবা লাগে তাঙ্ক দিয়া কৰিবোঁ সম্প্ৰীতি ॥　১৮২
আদেশ শুনিয়া দুত গৈল সীঘ্ৰ কৰি।
আনিলে অনেক ৰামা তুতি ভক্তি কৰি ॥
হৰিশ অন্তৰে দৰিদ্ৰৰ নাৰিগন।
চলিজান্ত ঘাটে জৈত আছে মহাজন ॥　১৮৩
সেউতি, মালতি, হিৰা, কাদম্বী কেসৰী।
জসোদা, বিমলা আসে বেশ ভুষা কৰি ॥
লিলাৱতি কলাৱতি কেতকী সুন্দৰী।
লয়লাষে জান্ত যত কুলৱতী নাৰি ॥　১৮৪
দালিমি বুকুলি ৰামা নাৰি হিৰন্ময়তি।
অনেক যুবতি আসে বিনে চিন্তা সতী ॥
আথে বেথে নাৰিগণ পৰশ কৰিলা।
নলৰিলা নৌকা যেন পৰ্ব্বত অচলা ॥　১৮৫
মিচা মাতে জানি লোহো ধূৰ্ত দ্বিজবৰ।
কিংকৰকপুছে কথা ইহাৰ উতৰ ॥
অৰু কি আচন্ত তৈত কাথুৰিয়া নাৰি।
আছে কি না আছে দেখি আস শীঘ্ৰ কৰি ॥　১৮৬
এক নাৰি আছে ঘৰে দুতে বুলি লন্ত।
স্বামী আজ্ঞাঁ নকৰিলে নিচ্ছয়ে নাসন্ত ॥
কাননে গৈলন্ত স্বামী এবে নাহি ঘৰে।
নিষেধ কৰন্ত স্বামী জাইবাক পৰে ॥　১৮৭

শুনী মহাজন মনে কৰে উতপিত।
আপুনি চলিল সিতো চিন্তাৰ কাসত ॥
গলে বস্ত্র দিয়া সাধু কৰিছে কাকুতি।
চৰনে পসিলোঁ দেবী ৰক্ষা কৰা সতী ॥ ১৮৮
অনেক কাপুৰ্ণ্য কৰি বোলন্ত বিনয়।
হেন দেখি নসহিল চিন্তাৰ হৃদয় ॥
কেন মতে জাঁও মই স্বামী নাই ঘৰে।
নিষেধ আচন্ত মোক পৰে জাই বাৰে ॥ ১৮৯
শুণি ভাবি মনে চিন্তা কৰিলন্ত সাৰ।
কাতৰ সৰনাগতে কৰিবোঁ উদ্ধাৰ ॥
বেদ সাস্ত্রে মুনি মুখে স্তুণী আচোঁ আমি।
ইটো কৰ্ম্মে জানো দোষ নেদিবন্ত স্বামী ॥ ১৯০
যি বোলে বোলোক ৰাজা সদ কৰ্ম্ম লাগি।
চৰনে ধৰিয়া আপৰাধ লৌবোঁ মাগি ॥
সাত পাঞ্চ ভাবি চিন্তা মনেবিমৰিষি।
চলি জান্ত সাধু সমে দেৱ কৰি সাক্ষি ॥ ১৯১
উপনিত ভৈল যথা ঘাটে আছে তৰি।
যোৰ হাতে কহে চিন্তা প্রদক্ষিন কৰি ॥
নিস্তে নিস্তে জানো যদি স্বামী মাত্র গতি।
হঁও যদি যেবে মই পতিব্রতা সতি ॥ ১৯২
কায়মন চিত্তে সেবোঁ স্বামীৰ চৰণে।
তেবে তৰি জাওক ভাহি মোৰ পৰশনে ॥

এহি বুলি চিন্তা ৰাণী নৌকাত ধৰিলা।
তেবেতো তৰণি খান কতো ডুবে গৈলা॥ ১৯৩
দক্ষিন সাগৰে জান্ত এড়াই নৌকাখানি।
জানিল মনুষ্য মোহে এহি কন্যাখানি॥
আৰু কোনো থানে যদি হেনয় হোৱন্ত।
ইহাংক ৰাখি লেলগে সংকা নাহিকন্ত॥ ১৯৪
আস্তে বেস্তে সদাগৰী চিন্তাক ধৰিলা।
নৌকাত তুলিয়া শীঘ্রে নাৱ বাহি দিলা॥
শুনা যুদ্ধি স্থিৰ ভুপ দৈবেকি নকৰে।
তোমাতো অধিক দুখ শ্ৰীবৎস ৰাজাৰে॥ ১৯৫
শুনি হেন কথা পাছে কহে কৃষ্ণ প্ৰতি।
অমৃত অধিক লাগে তোমাৰ ভাৰতি॥
কৈয়ো প্ৰভু চিন্তাৰ হইল কিবা গতি।
কিমুৰুপে বঞ্চিলন্ত শ্ৰীবৎস নৃপতি॥ ১৯৬
হেন শুনি বোলে হাসি যসোদা-কুমাৰ।
সুনিওক মহাৰাজ সংখেপ ইহাৰ॥
নৌকাৰ উপৰে যেবে সাধু তুলি লৈলা।
মহা দুখ ভয়ে চিন্তা বিয়াকুল ভৈলা॥ ১৯৭
কাম্পঁন্ত কদলি যেন প্ৰচন্দ বতাসে।
ধলো পৰো কৰে যেন সক্তি নাহি গাতে॥
কান্দিলা অনেক দেৱী পূৰ্ব্ব কথা স্মঁৰি।
ভৎসৰ্ন কৰিলা তাংক দুস্ত সদাগৰি॥ ১৯৮

খলমতি মন্দকাৰি দুস্ত মহাজন।
পুৰ্ব্বতো এতেক মই নজানো কাৰন॥
নুস্থনিলো স্বামী হাক কিনু মন্দ মই।
হেন মন্দ মতি পাপি মৰিবে যুৱাই॥ ১৯৯
ৰাজ্য হানি ভৈল তাতো নকৰিলো খেদ।
বনবাস সংকততো নভৈলা বিচ্ছেদ॥
দুখুনী অভাগি মই কুলক্ষণী বিনে।
জানো তেজিবন্ত প্ৰাণ স্বামী ঘোৰ বনে॥ ২০০
কোনেবা জনাব ইটো অথন্তৰ কথা।
হাঁয় হাঁয় নিদাৰুন লেখিলি বিধতা॥
পৰি মুৰ্চ্ছা জান্ত চিন্তা স্বামী স্বামী বুলি।
অতি ভয়ে সাধু পাছে ধৰিলন্ত তুলি॥ ২০১
এক পাষে ৰহে সাধু একোকে নমাতি।
আজি সপিবন্ত বুলি ক্ৰোধে চিন্তা সতী॥
চেতন লভিয়া ৰাণী দেখন্ত আন্ধাৰ।
মুখে উচ্চাৰন্ত মাত্ৰ দেৱ গদাধৰ॥ ২০২
হে,-সুৰ্জ দিনপতি প্ৰনামো চৰনে।
তুমি দেখি আঁচা প্ৰভু আকাশ গমনে॥
দয়া কৰ দিননাথ দেৱ বিশ্বপতি।
মোৰ ৰুপ হৰি প্ৰভু দিয়াঁকু আকৃতি॥ ২০৩
অনেক প্ৰকাৰে স্তুতি কৰিলা বিস্তৰ।
তেবেতো প্ৰসন্ন ভৈলা আদিত্য ভাস্কৰ॥

অভয় অভয় বুলি বাণি নিঃসৰিলা।
চিন্তা সতী ৰূপ সূৰ্জ্জ হৰণ কৰিলা॥ ২০৪
স্মঁৰণ কৰিলে পুন পাইবা দিব্য কান্তি।
কত দিন অন্তে লভি বাহা নিজ পতি॥
তেতিখনে ভৈল দেহা জঁসী নিৰ প্ৰাই।
দেখন্তে কুবৃতী আৰু চিনন নজাই॥ ২০৫
চিন্তা দেবী ৰূপ যেবে কৰিলা হৰণ।
অত্যন্ত কুৰূপ দেহা ভৈলন্ত তেখন॥
অনন্তৰে নৌকাত ৰহিলা চিন্তা সতী।
দখিন সাগৰে সাধু জান্ত শীঘ্ৰগতি॥ ২০৬
তথাত কানন হন্তে নৃপতি আসিলা।
শুন্য ঘৰ দেখি মনে বিস্মঁয় মানিলা॥
অথিৰ অবিৰ ভৈল নেদেখি চিন্তাই।
কৈতনো আচস চিন্তা ফুৰে গেড়িয়াই॥ ২০৭
কাথুৰিয়া ঘৰে ঘৰে খুজিবে লাগিল।
শুন্য ঘৰ আছে মোৰ চিন্তা কৈক গৈল॥
কৈতনো আচস প্ৰিয়ে দেশ সন্নিধান।
ভোক পিয়াহতে মোৰ জাই জেন প্ৰাণ॥ ২০৮
চিন্তা চিন্তা ৰাও বান্ধি ক্ৰন্দন কৰন্ত।
দাৰুন বিচ্ছেদ শেলে পৰি মুৰ্চ্ছা জান্ত॥
অসাৰ সংসাৰ জানি মনুষ্যৰ ভাগে।
পৰকাল হেতু হৰি চিন্তিবাক লাগে॥ ২০৯

পান্দৱৰ পাঞ্চ ভ্ৰাতা দ্ৰুপদজিয়াৰি।
চক্ষুয়ে লোতক বহে পাশাক সুমৰি॥
দুশাসন পাসন্দৰ কৰ্ম্ম যেন মত।
চিন্তাৰ সদৃস দেখি দ্ৰৌপদি কান্দন্ত॥ ২১০
জানি জ্ঞানি জনে সুদ্ধ চিত্তে লোৱানাম।
সুনিৰ্ম্মল হৌক দেহা বোলা ৰাম ৰাম॥

---

# ত্ৰিপদি।

কাতৰ হৃদয় অতি, শ্ৰীবৎস ধৰনি পতি
নাৰিগণে জিজ্ঞাসন্ত গৈয়া।
কহ তোৰা সমাচাৰ, কৈক গৈল চিন্তা মোৰ
অদৰ্শনে ফাতি জাই হিয়া॥ ২১১
খুধা তৃষ্ণা অনাহাৰ, তাতো দুঃখ নাহি মোৰ
চিন্তাৰ বিচ্ছেদে পুৰি মঁৰো।
মোহোৰ কৰ্ম্মৰ পাষে, ৰাজ্য তেজি বনবাসে
কোন সতে ইটো প্ৰাণ ধৰোঁ॥ ২১২
ৰাজাৰ কাতৰ বাণী, নাৰিগণে কহে সুনি
অহে ধীৰ পন্দিত সুজন।
সদাগড়ি একজন, নৌকা কৰি আৰোহন
উপনীত বাণিজ্য কাৰণ॥ ২১৩

দৈবেতে আপদ ঘটে, তৰণী আটিক ঘাটে
হেন ৰূপে বিধি বিড়ম্বিঁল।
পাছে সেহি মহাজন, কহে আসি স্ববচন
নাৰিগণ বিনয়ে ডাকিলা॥ ২১৪
আমি সব সঙ্গে কৰি, আছিলোঁ যতেক নাৰি
আথে বেথে তৰণী চোয়াইলা।
নচলন্ত যেবে তৰি পুনৰপি যত্ন কৰি
তোমাৰ চিন্তাই লৈয়া গৈলা॥ ২১৫
বজ্ৰ সম বাক্য শুনি, হতজ্ঞান নৃপমণী
অচেতনে পৰিলা ভূমিত।
ক্ষমেকে চেতন পায় বোলে ৰাজা হায় হায়
বিধতা ডন্দিলে হেন মত॥ ২১৬
কোননো জন্মৰ পাপে দংসীলেক কাল সাপে
ভাৰ্য্যা সঙ্গে বঞ্চিলো কাননে।
ধনৰত্ন যত আনি, সকলো হৰিলে সনি
আছিলোহো সেষে দুই প্ৰাণে॥ ২১৭
তাতো সাধিলিহি বাদ, ঘতাইলি পৰমাদ
আৰু নো কি আছে তোৰ মনে।
চিন্তানলে তনু দহে ঘনে ঘনে স্বাস বহে
লৱৰি গৈলন্ত নদি স্থানে॥ ২১৮
দুৰ্যোৰ অৰণ্য মাজে চিন্তা চিন্তা বুলি কান্দে
খুজি ফুৰে বাতুল পৰাই।

বিসাদে তাপিত প্ৰাণ, চিন্তা বিনে নাহি আন
বৃক্ষগণে সোধে কথা জাই॥ ২১৯
খুধা তৃস্না অনাহাৰ, নানা ক্লেসে নৃপবৰ
অষ্টি চৰ্ম্ম মাত্ৰ আচে প্ৰানে।
ভ্ৰমি বন নানা স্থান, চিত্ৰানন্দ নামে বন
প্ৰবেসীল সুৰভি আশ্ৰমে॥ ২২০
বিচিত্ৰ কানন শোভা সুৰা সুৰমন লোভা
বসন্তৰ সৌন্দৰ্য্য আবাস।
নানা জাতি পশুপক্ষি, বিভোৰ আনন্দে আসি
নিৰ্ভয়ে থাকন্ত এক পাষ॥ ২২১
সৰোবৰ মাজে মাজে কনক কমলৰাজে
জাকে জাকে ৰাজহংস যত।
শ্ৰীবৎস ধৰণীপতি দেখিলা গোমাতা সতী
ধিৰে ধিৰে গৈলা সমিপত॥ ২২২
জিৰ্ণ বাস পৰিধান, চিন্তাযুক্ত দেখি মন
দেখি মাতা জিজ্ঞাসা কৰন্ত।
ত্ৰিপদিৰ চন্দ ধৰি, শুনিওক কৰ্ণ ভৰি
অজ্ঞানী কবিয়ে ভনিলন্ত॥ ২২৩

—o—

পোচন্ত স্থৰভী বাপু তুমি কোন জন।
ঘোৰ বনে ভ্ৰমিফুৰঁা কিসৰ কাৰণ॥
হেন শুনি শ্ৰীবৎস কৰিলা নিবেদন।
আমাৰ দুৰ্গতি মাৱ নজায় বৰ্ন্নন॥ ২২৪
শ্ৰীবৎস আমাৰ নাম অবনিৰ পতি।
কৰিছে শনিয়ে মোক হেনয় দুৰ্গতি॥
পিতৃৰাজ্য প্ৰাগ্যদেশ কৰিলো পালন।
কত কালে ভৈল আসি বিপদ কাৰণ॥ ২২৫
বিচাৰ কৰিলো আমি ন্যায়শাস্ত্ৰ ধৰি।
বিপৰিত বুঝি শনি ভৈল মোৰ ঐৰি॥
ৰাজ্যভাৰ সকলো কৰিলে শনি নস্ত।
ভাৰ্য্যাৰ সহিতে পাছে পশি অৰণ্যত॥ ২২৬
আসেস ক্লেশতে বনে বঞ্ছি দুই জনে।
হৰুয়াইলোঁ ভাৰ্য্যা শেষে বিজন কাননে॥
সন্তেদ নপাও মোৰ চিন্তা গুনৱতি।
মৰন্তে জিৱন্তে কিবা আছে কোন ভিতি॥ ২২৭
স্থৰভী বোলন্ত বাপু অদৃষ্টৰ গতি।
আমাৰ আশ্ৰমে তুমি কৰাহাঁ বসতি॥

যত দিন গ্ৰহ মন্দ আচন্ত তোমাৰ।
বঞ্চিয়োক তত দিন গৃহতে আমাৰ ॥ ২২৮
পুনঃ বসুমতি স্বামী হৈবা নৰপতি।
সন্তাপ এড়িয়ো বাপ চিন্তাৰতি প্ৰতি ॥
মোৰ বোলে আন থানে নেলাগে জাবাক।
এক স্তন দুগ্ধ আমি ভুঞ্জাবোঁ তোমাক ॥ ২২৯
এহি বন এড়ি যদি জাস নৰপতি।
নিচ্ছয় সনিয়ে তোক ঘতাৱে দুৰ্গতি ॥
হেন শুনি বোলে মাতা আদেস তোমাৰ।
থাকিবেঁাহো যতকাল দুঃখ নোহে পাৰ॥ ২৩০
অনন্তৰে থাকিলন্ত শ্ৰীবৎস তহিত।
অনুক্ষনে দহে দেহা চিন্তাৰ সোকত ॥
মনোৰথ নন্দীনী যতেক দুগ্ধ পায়।
দুধাৰৰ দুগ্ধতে ধৰনি আদ্ৰ হয় ॥ ২৩১
নিজ হাতে মহাৰাজ দুই পাট ধৰি।
দুগ্ধতে মৃতিকা পঙ্ক কৰে যত্ন কৰি ॥
শ্ৰীবৎস নৃপতি চিন্তা সতী নাম স্মঁৰি।
তাল বেতালক সিদ্ধ মনত বিচাৰি ॥ ২৩২
দুই পাট যোৰা কৰি গাঁথন্ত ৰাজন।
হেন মতে স্বৰ্ণ পাট কৰন্ত নিৰ্ম্মান॥
সহস্ৰ সহস্ৰ পাট কৰি হেন মতে।
পুনৰপী পৰিলন্ত সনিৰ মায়াতে ॥ ২৩৩

কত মাস অন্তে শুনা ধৰ্ম্ম মহাসন্ত।
দুষ্ট সদাগৰ সেহি ঘাটে দিয়া যান্ত॥
তিৰহন্তে দেখি ৰাজা মাতিলা সমিপে।
কহিচন্ত ৰাজা তাংক অতি পৃয় বাক্যে॥ ২৩৪
এই যে আচন্ত মোৰ বহু স্বৰ্ণ পাট।
যদি দয়া আছে লহ তোহোৰ নৌকাত॥
সুবৰ্ণৰ পাট বিকি যদি পাঁও ধন।
তেবেতো বিপদে তৰোঁ শুনা মহাজন॥ ২৩৫
ৰজাৰ বিনয় বানী শুনি সদাগৰ।
কিংকৰক আদেশীয়া অনাইলা সত্বৰ॥
হৃষ্ট মনে নৰপতি ডিঙ্গাত উঠিলা।
সুবৰ্ণৰ পাট মানে কিংকৰে তুলিলা॥ ২৩৬
পাপিস্ত পাষন্দ যত সেহি সদাগৰ।
পূৰ্ব্বতো কৰিছে সিটো চিন্তাক অন্তৰ॥
পাছে দুৰাচাৰ মনে আলচ্ছ পাতিল।
আমাৰ ভাগ্যত ধন অনেক মিলিল॥ ২৩৭
ইহাংক বধিয়া যত স্বৰ্ণপাট লৈবোঁ।
দুৰ ৰাজ্যে নিয়া তাংক বিকিয়া আনিবোঁ॥
এতেক আলচ পাতি দুস্ত দুৰাচাৰে।
ৰাজাক ঠেলীয়া দিলে গভিৰ সাগৰে॥ ২৩৮
অপাৰ সাগৰে পৰি ৰাজা তেতিক্ষন।
ত্ৰাহি হৰি জনাৰ্দ্দন দাকে ঘনে ঘন॥

ৰক্ষ তাল বেতাল বান্ধৱ দুই জন।
অপাৰ সাগৰে মৰোঁ কৰাঁহে তাৰণ॥ ২৩৯
হাঁয় প্ৰিয়ে চিন্তাৱতি মোহোৰ কপালে।
চক্ষুৱে দেখিবে তোক নপাইবোঁ ইকালে॥
তান নৌকা মাজে থাকি চিন্তা পতিব্ৰতা।
আচম্বিঁতে কান্দি উথে শুনি স্বামীকথা॥ ২৪০
জৈসানী ৰাজাক পেলায়ন্ত সদাগৰি।
তাল যে বেতাল আসে নীদ্ৰাৰূপ ধৰি॥
তালে বক্ষে কৰে চক্ষু বেতাল ভৈল ভেলা।
উতি উতি যান্ত যেন সিমলুৰ তুলা॥ ২৪১
অনন্তৰে বহুকাল ঘোৰ নিদ্ৰা ধৰি।
উতি বুৰি পাইলা গৈয়া সৌতিৰ নগৰি॥
সৌতিপুৰে বাহুদেব নামে নৰপতি।
ভদ্ৰাৱতি কন্যা তান অতি ৰূপৱতি॥ ২৪২
হৰগৌৰী আৰাধন্ত স্বামীৰ কামনা।
নিত্য পুষ্প যোগায়ন্ত মালিৰ ললনা॥
অনেক কালৰ শুষ্ক আছিল উদ্যান।
জলৰ আস্ফালে পৰি থেকিলা ৰাজন॥ ২৪৩
নিদ্ৰা ভঙ্গ হৈয়া ৰাজা চাৰি দিসে চাইলা।
বিজলী সঞ্চাৰে যেন পোহৰ কৰিলা॥
মৰা ফুল বৃক্ষ যত কতবা কালৰ।
শ্ৰীবৎসৰ আগ মনে ফুলিল সত্বৰ॥ ২৪৪

মালতি মধাই চাম্পা ফুল নাগেশ্বৰ।
অসোক কিংশুক আৰু কেতকী তগৰ ॥
বকুল বন্দুলী যুতি ভৈলা জাতিস্কাৰ।
দিব্য উপবন যেন বসন্ত কালৰ ॥ ২৪৫
আগতো অধিক শোভা বাঢ়িল ৰিস্তৰ।
তাৰ মাজে বসি ৰাজা আছে একলসৰ ॥
কৰ্ম্ম হন্তে মালিনি আসিলা যেবে ঘৰে ॥
অদভূত দেখি মনে ভাবিছে অন্তৰে ॥ ২৪৬
কিনু দেৱ মায়া ইটো আচৰ্য্য কাহিনী।
কুসুম উদ্যানে শীঘ্ৰ পশিলা মালিনি ॥
হেনকালে দেখিলন্ত পুৰুস সুন্দৰ।
বসি আছে বৃক্ষতলে কন্দৰ্প আকাৰ ॥ ২৪৭
সভয় অন্তৰে তাই যুৰি দুই কৰ।
কহিছে বিনয় বাক্যে আগে নৃপবৰ ॥
দেৱ কি মনুস্য তুমি কহিয়ো যুগুত।
সসধৰ আসি কিবা আছাইথানত ॥ ২৪৮
মালিনীৰ বানী শুনি কহে নৰৰাজে।
বহুদুৰ হন্তে আসোঁ ৰাণিজৰ কাজে ॥
সাগৰ গৰ্ভত তল গৈলা নৌকাখানি।
ভাগ্যে প্ৰাণে নমৰিলো সুনিয়ো মালিনী ॥ ২৪৯
দেৱতা ৰাক্ষস আমি নোহো অন্য জন।
মনুচ্যত জন্ম লৈলো মনুস্য গনন ॥

বানিজ্য কাৰণে আসি গৈলো ৰসাতলে।
বিধিৰ নির্ব্বন্ধা হেন আমাৰ কপালে॥ ২৫০
কথা শুনি মালিনিৰ দয়া উপজিলা।
সাদৰে সম্ভাষি তাংক ঘৰে লৈয়া গৈলো॥
যতদিন ইচ্ছা থাকে আমাৰ গৃহতে।
ভাগিনী সম্বন্ধে তুমি থাকিও গুপুতে॥ ২৫১
সুভদিন ভৈল বাপু দুঃখ অৱসান।
সাগৰত পৰি তেবে পালা পৰিত্ৰাণ॥
মালিনিৰ বাক্যে ৰাজা হৰিস পাইলন্ত।
ইস্বৰ চৰন চিন্তি তৈতে ৰহিলন্ত॥ ২৫২
তদন্তৰে দিলা আনি ৰন্ধঁন সম্ভাৰ।
নিজ হস্তে ৰন্ধঁন কৰন্ত নৃপবৰ॥
সুদ্ধ মনে মাধৱক কৰি সমর্পন।
সেসতে ভুঞ্জিলা অন্ন স্মঁৰি জনার্দ্দন॥ ২৫৩
যাদৱ বদতি সুনা পান্দু শীৰোমণী।
সুনিয়োক চাৰি ভাই কৃষ্ণা সুৱদনী॥
তোৰা সবে বিসাদ কৰহ কি কাৰণ।
সুখ দুখ যত কর্ম্ম বিধিৰ বিধান॥ ২৫৪
ব্ৰহ্মাঁ বিস্নু মহেশ্বৰ সবাৰ ওপৰ।
তাসন্বাঁৰ কর্ম্ম বুঝা আসাধ্য দেৱৰ॥
সম্মুখতে দেখিয়োক বৃক্ষ পুৰাতন।
কালে পাইলে হেন বৃক্ষো কৰিবে চেদন॥ ২৫৫

স্তমোগুনে ক্রোধ অহং কৰন্ত বিধান।
হেন ক্রোধ তেজৈ যিটো সেহি মহাজন॥
দুৰ্য্যোধন কৰ্ম্ম যত চতুৰ্দ্দশ অন্তে।
অবস্তে ফলিবে জান বিধিৰ আদেশ॥ ২৫৬
হেন জানি সংসাৰি মানৱ যত গুতি।
হৰে কৃষ্ণ হৃদে ধৰঁা পুৰ্ন্ন স্যাম মুৰ্তি॥

---

## ভদ্রাব্রতীৰ স্বয়ম্বঁৰ।

আচৰ্য্য কাহিনী ৰাজা শ্রীবৎস আক্ষান।
গুপুতে থাকিলা তৈত মালিনিৰ স্থান॥ ২৫৭
সৌতিপুৰে মহাৰাজা বাহুদেব নাম।
তাহান ৰাজ্যত একো গুনে নাহি কম॥
ভদ্রাৱতী নামে কন্যা বাহুৰ নন্দিনী।
সতি ত্বিলোত্বমা ৰূপে দেবেন্দ্ৰৰ ৰাণী॥ ২৫৮
সৰ্ব্ব সুলক্ষণী কন্যা যাজ্ঞঁসেনী যেন।
কথোৰ কৰিলে ব্রত গৌৰী আৰাধন॥
দ্বাদষ বৎসৰ ব্রত কৰে দিবা ৰাত্রি।
তপে তুস্ত ভৈলা পাছে মাতা হৈমৱতী॥ ২৫৯

কন্যাক বোলন্ত আসি লহ ইষ্টবৰ।
প্ৰনমিয়া কৰে স্তুতি যুৰি দুই কৰ॥
তুমি মাতা ব্ৰহ্মাঁময়ি সক্তি স্বৰূপিণী।
স্ৰজন পালন কৰ্তা সংহাৰকাৰিণী॥ ২৬০
বিশ্বেস্বৰী বিস্বৰূপী নমস্তে ভৱানী।
অনন্ত স্বৰূপা দেবী গতি প্ৰদায়িনী॥
কৃপা যদি ভৈল মাৱ দিয়োক সম্মতি।
স্বামী মোৰ হোন্ত যেন শ্ৰীবৎস নৃপতি॥ ২৬১
আতপৰে আন বাঞ্ছাঁ নকৰেহো আমি।
শ্ৰীবৎস নৃপতি যেন পাওঁ মই স্বামী॥
আনন্দিত হৰজায়া বুলিলা বচন।
সেহি তোৰ হৌক স্বামী শ্ৰীবৎস ৰাজন॥ ২৬২
সঙ্কেতে কহিবো মই স্থন ভদ্ৰাৱতি।
কেশীনী মালিনি ঘৰে আসন্ত নৃপতি॥
এতেক কহিয়া গৈলা কৈলাস ভুবন।
বৰ প্ৰাপ্তে ভদ্ৰাৱতি আনন্দিত মন॥ ২৬৩
একদিনা প্ৰতি বাহুদেব নৰপাল।
ভোজন সময়ে ভদ্ৰা লৈয়া স্বৰ্ণথাল॥
স্বৰ্ণ থালি হাতে ধৰি সমিপে আছিলা।
ৰাণীজ্ঞাঁনে বাহু ৰাজা পৰিহাশ কৈলা॥ ২৬৪
কান্দিয়া কহিলা ভদ্ৰা জননী পাশত।
হেন স্থনি থঙ্গে ৰাণী কদৰ্থে ৰাজাত॥

কিমত অন্যাই তব ওহে নৰপতি।
অমুছিত বাক্য হান তনয়াৰ প্ৰতি॥ ২৬৫
উপযুক্ত ভৈল কন্যা বিবাহ সময়।
এক তিলো নাভাবস কঠিন হৃদয়॥
পিতৃ গৃহে যুবা কন্যা সোভা নাহি পায়।
ৰাজ্য মদে ভোল গৈলা কি কবোঁ তোমায়॥ ২৬৬
পাত্ৰ অন্বেঁসণ কৰি কৰে কন্যা দান।
সেহিসে উছিত কৰ্ম্ম শাস্ত্ৰৰ বিধান॥
বাহুদেব বোলে ৰাণী কি কহিলা বাণী।
অত বৰ ভৈলা কন্যা আমি নাহি জানি॥ ২৬৭
বিবাহৰ জোগ্য ভৈল মোহোৰ জিৱাই।
হেন কথা একদিনো নকহিলি তই॥
পৃথিবিৰ ৰাজা সব আনিবোঁ জন্তাই।
ইচ্ছা বৰি হৌক আবে মোহোব জিৱাই॥ ২৬৮
এহি বুলি পাত্ৰ গণে ডংকাই আনিলা।
সত সত স্থানে দূত তেখনে পাঞ্ছিলা॥
দশ ক্ৰোষ যুৰি সভা কৰাইলা নিৰ্ম্মাণ।
ভোজ ভক্ষ আদি যত যিবা প্ৰয়োজন॥ ২৬৯
পদুলীৰ দুই কাসে কদলি ৰুইলা।
জাতিস্কাৰ ঘাটবাত সকলো মাৰ্জিলা॥
লক্ষ লক্ষ ৰাজাগণ আছে পৃথিবিত।
সয়ম্বঁৰ বাৰ্ত্তা পাই আনন্দ মনত॥ ২৭০

চতুৰঙ্গদলে আসে নৃপতি সমাজ।
তাসম্বাঁক ৰম্য থানে দিলা ভক্ষভোজ ॥
পৃথিবিৰ ৰাজাচয় একত্ৰ ভৈলন্ত।
বিধিয়তে বাহুদেব তাংক পুজিলন্ত ॥ ২৭১
দসেক যোযন মানে দিব্য সভাখান।
বসিলন্ত জথাযোগ্যে নৃপ অগনন ॥
অনন্তৰে বাহুদেব নৃপতি সুজন।
অধিবাস পূজা মানে কৰি সমাপন ॥ ২৭২
ব্ৰাহ্মঁণৰ পদৰঝ সিৰে তুলি লৈয়া।
প্ৰৱেসন্ত সভা মাজে পুলকিত হৈয়া ॥
উৰ্দ্ধ বাহু কৰি বোলোঁ অঙ্গিকাব বাণী।
ইচ্ছাবৰি হৈবে আজি আমাৰ নন্দিনী ॥ ২৭৩
আজ্ঞাঁ কৰিয়োক মোক নৃপতি সমাজ।
জয় ধ্বনি কৰি সবে বোলে হৌক কাজ ॥
বিধিৰ নিৰ্ব্বন্ধ কৰ্ম্ম নাজাই খন্দন।
মালিনিৰ ঘৰে বসি শ্ৰীবৎস ৰাজন ॥ ২৭৪
জেতিখনে জয়ধ্বনি ভৈলন্ত সভাত।
ভয়ঙ্কৰ সব্দ ভৈল জেন উল্কাপাত ॥
মালিনিৰ সুধি পাছে ইটো কথা সাৰ।
দেখিবাক মন গৈল শ্ৰীবৎস ৰাজাৰ ॥ ২৭৫
অবিলম্বেঁ আসিলন্ত সভা বিদ্যমান।
কদম্বঁ বিৰিখ মূলে বসিলা ৰাজন ॥

জির্ণ বাস পৰিধান সত গ্ৰন্থি তাতে।
বৃক্ষতলে বসি ৰৈলা ভিখাৰিৰ সৈতে॥ ২৭৬
ইশ্বৰৰ ইচ্ছা বুজে সক্তি আছে কাৰ।
তাৰ সাখি দেখা আজি শ্ৰীবৎস ৰাজাৰ॥
হেন জানি কৃষ্ণ ধ্যান হৃদয়ত ধৰি।
পাপক বিকর্থি মাত্র বোলা হৰি হৰি॥ ২৭৭

——o——

## ভদ্ৰাৱতীৰ ৰূপ বৰ্ণনা।

বাহুৰ নন্দিনী, সৰ্ব্ব সুলক্ষণী
প্ৰদক্ষিন কৈল সভা।
সঙ্গি সব সাথে, স্বৰ্ণ থাল হাতে
জেহেন বিজুলি আভা॥ ২৭৮
কৰি কৃতাঞ্জলি, ভদ্ৰা বিনোদিনী,
বুলিলা অমৃত বাণী।
আজ্ঞাঁ কৰিয়োক, নৃপতি জতেক,
পাওঁ নিজ পতি আমি॥ ২৭৯
কিবা দেৱ কন্যা, কাঞ্চন প্ৰতিমা,
তিলোত্তমা অৰুন্ধতি।

ৰাজ সভা মাজে, ধিৰে ধিৰে জান্ত,

পুৰ্ণ সুধাকৰ, অধিকে প্ৰবৰ,
অমল কমল মুখ।
গজমুক্তা গলে, তিলফুল ভালে,
দেখি মুনি মন সুখ॥ ২৮১
নেত্ৰ দুই মিন, দেখন্তে হৰিন,
ফিৰি জান্ত ঘোৰ বন।
চাৰু ভুৰুলতা, কামদেৱ বৃথা,
নিন্দিলন্ত সৰাসন॥ ২৮২
পীত নেট শাৰি, বিৰাজে সুন্দৰী,
পুবিয় অৰুন ভালে।
গজেন্দ্ৰ গমণী, ধিৰ সৌডামিণী,
জেন পুৰ্ণ চন্দ্ৰঁ জলে॥ ২৮৩
কাঁঞ্চণ কমল, শৰিৰ অমল,
কমলে গঢ়িছে অঙ্গ।
নিল কেস মাঝে, মালতি বিৰাজে,
সহজে মোহে অনঙ্গ॥ ২৮৪
হিয়াৰ দুকাসে, দুগুতি ডাৰিম্ব,
মধ্য দেহা অতি ক্ষিন।
কপালে সেন্দুৰ, জেন দিবাকৰ,
কমদেৱ পুৰ্ণবান॥ ২৮৫

অল্প অল্প ঘনে, মলয়া পবনে,
গন্ধ যোযনক জায়।
হাতে স্বৰ্ণ থালা পাৰিজাত মালা,
ইন্দ্ৰানি লাজক পায়॥ ২৮৬
হাতৰ অঙ্গুলী, চাঁম্পাৰ যে কলি,
দন্ত মুকুতাৰ পান্তি।
ভদ্ৰাৱতি ৰূপ, দেখি সৰ্ব্ব ভুপ
মনত মিলে আক্ৰান্তি॥ ২৮৭
বহুদেব বংশে, কমলাৰ অংশে,
শ্ৰজিলন্ত বিস্বপতি।
দেখি ৰাজচয়, মনত বোলয়
সাৰ্থক ইহাঁৰ পতী॥ ২৮৮
হে, কৃষ্ণ মোক, মুৰুখ জানিয়া
নকৰিবাঁ পৰিহাৰ।
তুমি বিনে মহা, পতিত পাৱন
আছে কোন দেৱ আৰ॥ ২৮৯
অনাদি অনন্ত, অচিন্ত্য ঈস্বৰ
তুমি সে নীত্য নিৰ্ম্মল।
গুছোক কুমতী দিয়াহাঁ সুমতি
সেবিৰো পদ কমলে॥ ২৯০
স্যাম কলেৱৰ, সুন্দৰ নয়ন
সকলো গুণে সাগৰ।
তাহান দুখানি চৰণ পঙ্কজে
কহে চাৰু দ্বিজ বৰ॥ ২৯১

# পদ ।

শ্ৰীকৃষ্ণ বদতি স্থনা পুৰ্ব্ব বিবৰন ।
হেন কালে স্থন্য বাণী হইল গগন ॥
কদম্বৰ তলে বৈসে তোৰ ইস্ত পতি ।
গলে মাল্য দিয়ো জাস্তে অহে ভদ্ৰাৱতী ॥ ২৯২
অনন্তৰে শুনি কৰ্ণে বাহুৰ নন্দিনী।
লয় লাসে জাস্ত চলি যথা নৃপমণী ॥
অবিলম্বেঁ গলে মালা কৰিয়া প্ৰদান ।
যোৰ হাতে ভদ্ৰাৱতি ৰহিলা তেখন ॥ ২৯৩
দুস্ত জনে কৰে নিন্দা সাস্ত জনে ভাল ।
হেন মতে সভাত উথিল মহাৰোল ॥
বিমানে অমৰে কৰে আসিস বচন ।
সভা বিসৰ্জ্জিয়া গৈলা জাৰ জিবা স্থান ॥ ২৯৪
বিধিৰ নিৰ্ব্বন্ধ খন্দাইবেক সক্তি কাৰ ।
জাৰ লাগি কস্ত কৈলা দ্বাদস বৎসৰ ॥
পাৰ্ব্বতি দিয়াছে বড় কৰ্ম্ম অনুসাৰে ।
না জানিয়া নিন্দে তাক মুৰুখ বৰ্ব্বৰে ॥ ২৯৫
বাহুদেব ৰাজা মনে অসন্তোষ কৰি ।
সিঘ্ৰে প্ৰবেসন্ত গৈয়া জথা অন্তঃপুৰি॥
সজল নয়নে কহে মহাদেবী স্থান ।
ভদ্ৰাৰ কপালে হেন কৈলা ভগবান ॥ ২৯৬

দুৰাচাৰি জিয়াই মোৰ কাকো না চাহিলে।
চান্দালক মাল্য দিয়া কলঙ্ক আনিলে॥
পুৰুষে পুৰুষে মোৰ ৰহিল অক্ষাতি।
হেন ইচ্ছা হোৱে মৰোঁ গলে দিয়া কাতি॥ ২৯৭
হৰি হৰি বিধি মোৰ কি কৰ্ম্ম কৰিলা।
ভদ্ৰা লাগি কত সত ভূপতি আসিলা॥
কাকো নেদেখিলি তই দৰিদ্ৰে বৰন।
সভা মাজে ভৈল মোৰ মস্তক মুন্দন॥ ২৯৮
ইসব বেজাৰে নাহি ৰুসে অন্ন পানি।
হেন ইচ্ছা কৰোঁ মই প্ৰবেসোঁ অগণি॥
লাজে অপমানে ৰাজা যেন ভৈলা হিন।
কান্দিলা অসেষ ৰাজা বিয়াকুল-মন॥ ২৯৯
ৰাণী কহে মহাৰাজ ভৈলা হতজ্ঞান।
কৰন কাৰণ কৰ্ত্তা দৈৱকীনন্দন॥
হেলায় স্ৰজন যাৰ হেলাতে সংহাৰ।
বুঝিবেক তাৰ মায়াঁ সক্তি হেন কাৰ॥ ৩০০
ভদ্ৰা তনয়াকে বুদ্ধি দিয়া আছে হৰি।
তুমি আমি চিন্তা কৰি কি কৰিতে পাৰি॥
মায়া মোহ তেজি নাথ কৰ্ম্ম কৰা সাৰ।
জাত হন্তে সংসাৰ সমুদ্ৰে হৈবা পাৰ॥ ৩০১
পাছে মহাদেবী গৈলা বাহিৰ ভবনে।
দেখন্ত আচয় ভদ্ৰা স্বামী বিদ্যমানে॥

জননী আচ্ছাস বাক্যে দুইকো তোসিলা।
বাহিৰ গৃহতে ভক্ষ বস্তু আনি দিলা॥ ৩০২
এই গৃহে থাকা আই না ভাবিও দুখ।
কত দিন অন্তে মঁাৰ হৈবে তোৰ শুখ॥
যিবা প্ৰয়োজন হোন্ত আনি দিবে লোক।
থাকিও ইথানে আই ন কৰিবা সোক॥ ৩০৩
হেন মতে দুই জন থাকিলা বাহিৰে।
দেখা ধৰ্ম্ম মহামতি দৈবে কি নকৰে॥
ৰাজাগৃহে মানহিন বঞ্চেঁ নৰপতি।
চিন্তাক স্থমৰি যত মনে কন্ত অতি॥ ৩০৪
দাৰুন সন্তাপে ৰাজা দিবস ৰজনী।
সান্তনা কৰন্ত ভদ্ৰা বুলি পৃয় বাণী॥
দুখ কাল সেষ ভৈল জানিবা ৰাজন।
হেন জানি ৰোষ তেজি দৃঢ়্গ কৰ'া মন॥ ৩০৫
শুনি হেন তৃপ্তী বাক্য শ্ৰীবৎস ৰাজন।
অহৰ্নিসী চিন্তা কৰে প্ৰভু নাৰায়ণ॥
হেন মতে দ্বাদষ বৰিষ কাতি গৈলা
গ্ৰহভোগ অন্তৰ্গত স্থভযোগ ভৈলা॥ ৩০৬
অনন্তৰে দিনা এক শ্ৰীবৎস ভুপতি।
ভদ্ৰাক বুলিলা কথা চিন্তাৰ ভাৰতী॥
নিত্য নিত্য নদি তিৰে বসিয়া থাকন্ত।
ঘাতে পাইলে নৌকাসব তলাস কৰন্ত॥ ৩০৭

যাক হস্তে হাবি আস আছে নৰবৰ।
দৈবযোগে উপনিত সেহি সদাগৰ॥
দৃষ্টীমাত্ৰে সদাগৰে নৃপতি চিনিলা।
বন্দি কৰি নাও সমে ঘাতটে ৰাখিলা॥ ৩০৮
কিংকৰক আদেশিলা হৈয়া হৃষ্টমন।
নৌকা হস্তে আনহ যতেক আছে ধন॥
আজ্ঞা মাত্ৰে স্বৰ্ণ পাট যিমান আছিল।
নৌকা হস্তে অলগাই তিৰত ৰাখিল॥ ৩০৯
দেখি সাধু বাহুদেব নৃপে জানাইলা।
তোমাৰ জামাতা মোৰ সৰ্ব্বস্ব লুটিলা॥
পাছে ৰাজা ক্ৰোধ মনে জামাতাক বোলে।
কি কাৰণে স্বৰ্ণ পাট সাধুৰ আনিলে॥ ৩১০
জামাতা বোলন্ত কথা কৰোক শ্ৰবণ।
সাধু নোহে এই জন পাপিষ্ঠ দুৰ্জ্জন॥
এই স্বৰ্ণ পাট যদি কৰে দুই খান।
জানিবা সকলি হোৱে ইহাৰ প্ৰমাণ॥ ৩১১
হেন স্তনি বোলে বাহুদেব নৰপতি
দুই খান স্বৰ্ণ পাট কৰহ সম্প্ৰতি॥
যুগ্ম স্বৰ্ণ পাট যদি দুইখান হয়।
তেবে সে তোমাৰ হোৱে জানিবা নিচ্ছয়॥ ৩১২
সাহস কৰিয়া সাধু আনিল কুঠাৰ।
অনেক প্ৰকাৰে যত্ন কৰিলে বিস্তৰ॥

স্রান্ত ভৈলা মহা দুখে নিচ্ছাসে বজাস্ত।
নোয়াৰন্ত খুলিবাক প্রমাণ পাইলন্ত॥ ৩১৩
জামাতা কহন্ত দেব পাইলা প্রমাণ।
আমি খুলিবোহোঁ স্বর্ণ কৰি দুই খান॥
এত হস্তে পাট লৈয়া শ্রীবৎস ৰাজন।
তাল বেতালক ধ্যান কৰিলা তেখন॥ ৩১৪
স্মঁৰন কৰন্তে পাট দুই খান ভৈলা।
সভাৰ যতেক লোক আচর্য্য মানিলা॥
পাছে বাহু ৰাজা দেখি মনত সংসয়।
সম্ভ্রঁমে পুচন্ত কথা মানিয়া বিস্ময়॥ ৩১৫
কহ সত্য তুমি বাপু কোন মায়াঁকৰ।
দেৱতা গন্ধর্ব্ব যক্ষ কিবা নাগ নৰ॥
বুঝি মোৰ ভদ্রাৱতী ভাগ্য সুপ্রসন্ন।
আজি সে সফল ভৈলা গৌৰী আৰাধন॥ ৩১৬
সশুৰৰ বানি হেন সুনি নৰপতি।
কহিবে লাগিলা পাচে আপোন ভাৰতী॥
সমানে সমানে ধাতা কৰন্ত সঞ্জোঁগ।
দুখ সুখ হোন্ত ৰাজা সবিৰৰ ভোগ॥ ৩১৭
মৃতু সম কস্ত বনে দ্বাদস বৎসৰ।
শনিৰ পীড়াতে আসি তোমাৰ নগৰ॥
বিধিৰ নির্ব্বন্ধে কৰোঁ ভদ্রাক গ্রহণ।
সংসয় নাহিকে ৰাজা নোহো ণিচ জন॥ ৩১৮

শুনিওক পুৰ্ব্বে যত মোৰ বিবৰণ।
প্ৰাগ্য দেস ধৰ আমি শ্ৰীবৎস ৰাজন॥
এক দিনা সনি আৰু জলৰ জীয়াৰি।
দ্বন্দ কৰি আসে দোহেঁা আমাৰ নগৰি॥ ৩১৯
লক্ষ্মী বোলে আমি শ্ৰেষ্ট সংসাৰ ভিতৰে।
সনি বোলে আমি শ্ৰেষ্ট যত চৰাছৰে॥
হেন মতে দ্বন্দ কৰি আসিলা দুজন।
আমাক বোলন্ত শ্ৰেষ্ঠ কহ কোন জন॥ ৩২০
কথা শুনি আমাৰ সংসয় বড় চিত্তে।
তথাপিতো বুলিলোঁহো আসিবা প্ৰভাতে॥
বিমৰিষি স্বৰ্ণ ৰৌপ্যাসন দুই খান।
দুকাসে থাপিলো ৰাখি মাজে মোৰ স্থান॥ ৩২১
মন্ত্ৰিসমে বসি আছেঁা বিৰলে সভাত।
হেন কালে আসি দুই ভৈল উপস্থিত॥
সম্ভ্ৰঁমে উথিলো আমি দেখি সীঘ্ৰগতি।
সভয় অন্তৰে বহু কৰিলোহো তুতি॥ ৩২২
তুস্ত ভৈলা দুই জন বসিল আসনে।
বামে সনি বসিলন্ত কমলা দক্ষিণে॥
পাছে পুছিলন্ত মোক সহাস্য বদন।
উত্তৰ দিলোহেঁা হেন কৰি অনুমান॥ ৩২৩
আপোনে বুঝিয়ো দেৱ আসনৰ ক্ৰমে।
দক্ষীনত শ্ৰেষ্ঠ বোলে সাধাৰণ বামে॥

এত হন্তে ক্ৰোধিলন্ত সনি মহাসয়।
ৰাজ্যত ঘতাইলে মোৰ অসেষ প্ৰলয় ॥ ৩২৪
তেজি ৰাজ্য ভাৰ্য্যাসনে থপি বন বাস।
মৰনতোধিক ক্লেশ প্ৰান মাত্ৰ সেষ ॥
চিন্তাকো হৰাইলো পাছে সনিৰে মায়াঁতে।
এতেক দুৰ্গতি মোৰ লেখিলে ললাতে ॥ ৩২৫
জামাতাৰ মুখে সুনি এতেক ভাৰতী।
আথে বেথে বাহু ৰাজা উথি শীঘ্ৰগতি ॥
কৰিলন্ত যোৰ হাতে অনেক স্তবন।
খেমিবা আমাৰ দোষ অজ্ঞাত কাৰন ॥ ৩২৬
পূৰ্ব্ব জন্মাৰ্জিত পুন্য আমাৰ আছিল।
তেকাৰনে ভদ্ৰা কন্যা তোমাক বৰিল ॥
সাৰ্থক সেবিলে গৌৰি আমাৰ নন্দিনী।
জিন্নাইব কাৰণে আমি ধন্য বুলি মানি ॥ ৩২৭
ধন্য মোৰ বংশে ভদ্ৰা কন্যা জনমিলে।
তোমা হেন পুন্যনীধি ঘৰে মিলাইলে ॥
কাতৰ হৃদয়ে বাহু পৰিলা ধৰনি।
শ্ৰীবৎস বোলয় দেৱ সুনা মোৰ বাণী ॥ ৩২৮
আমাক এতেক ভক্তি উছিত নোহয়।
তৰিতে কৰহ ৰাজা মোহোৰ উপায় ॥
নাৱৰ ভিতৰে চিন্তা আছে নৰবৰ।
শীঘ্ৰ কৰি মোৰ ভৰ্য্যা কৰিও উদ্ধাৰ ॥ ৩২৯

শুনি বাহু নৰপতি মন্ত্ৰিৰ সংহতি।
অনুচৰগণে লৈয়া চলিলা তহিতি॥
নদিতীৰে গৈয়া তাত প্ৰবেশী ভিতৰে।
চিন্তা সতী বসি আছে কাতৰ অন্তৰে॥ ৩৩০
বুলিবে লাগিলা বাহু চিন্তা দেবী প্ৰতি।
দুখকাল গৈল মাৱ উথা শীঘ্ৰ গতি॥
জ্বৰাযুক্ত অঙ্গ দেখি চিন্তাৰ বদন।
পোচন্ত চিন্তাক মাতি তাৰ বিবৰন॥ ৩৩১
স্থনি চিন্তা কহে দুখ মৃদু স্থধা বানি।
জৰাযুক্ত দেহা মোৰ ভৈলেক জৈশাঁণী॥
জেহি বেলা সাধু বানিজ্যক আসিলন্ত।
অদৃস্তৰ গুণে নৌকা আটক ভৈলন্ত॥ ৩৩২
কাঠুৰিৰ নাৰিগণ আছিলা যতেক।
ক্ৰমে ক্ৰমে সদাগৰ আনিলা প্ৰত্যেক॥
সবেও চুইলা নৌকা নভৈল উদ্ধাৰ।
পৰিতাপে মোক পাই কহে বাৰেবাৰ॥ ৩৩৩
বিস্তৰ কাপুৰ্ন্য কৰি আমাক বুলিলা।
তান দুখ দেখি মোৰ হৃদি নসহিলা॥
দয়া কৰি আসোঁ ঘাতে ইহাৰ কাৰনে।
ধৰিয়া নৌকাত তোলে এইতো দুৰ্জনে॥ ৩৩৪
পাছে দেৱ আদিত্যক কৰিলোঁ মিনতি।
জ্বৰা অঙ্গ দিয়ো মোক অহে দিনপতি॥

স্তুতিপুৰ্ণ বাক্যে সুৰ্জ ভৈলেক প্ৰসন্ন।
মায়াঁ দেহ দিয়া মোক কহিলা তেখন॥ ৩৩৫
কুৰূপ ভৈলন্ত তেবে মোৰ সুলক্ষণ।
লভিবোহো এহিক্ষণে কৰিলে স্মঁৰণ॥
সুনিলাহা পিতৃদেব জুৰাৰ ভাৰতী।
দুখ শুনি কান্দিলন্ত বাহু নৰপতি॥ ৩৩৬
তুমি সতী পতিব্ৰতা পতি অনুৰতা।
ত্ৰিভুবনে ঘোষিব তোমাৰ যস বাৰ্তা॥
তদন্তৰে স্মঁৰণ কৰিলা চিন্তা সতী।
সুন্দৰ আকৃতি ভৈলা জেন চন্দ্ৰকান্তি॥ ৩৩৭
বাহু ৰাজা বোলে ডোলা আনহ তৰিতি।
চিন্তা বোলে পদব্ৰজে জাইবোঁ সম্প্ৰতি॥
অনন্তৰে পসিলন্ত স্বামিৰ বসতি।
চৰণে পৰিয়া তুতি কৰে চিন্তা সতী॥ ৩৩৮
সস্নেহ কন্তাক্কে ৰাজা উথিতাৰক্ষণে।
বসাইলা বাম পাষে নিজ সিংহাসনে॥
প্ৰেমালাপে অধিৰ আনন্দ দুইজন
ঘনে ঘনে বদন চুম্বঁন আলিঙ্গন॥ ৩৩৯
সৰ্য্যাত স্তুতিয়া বৈলা শ্ৰীবৎস্ ৰাজন।
চিন্তা ভদ্ৰা পদসেবা কৰে ৰঙ্গ মন॥
নানাহাস্য নানাৰসে পুলকিত মন।
মহানন্দে কৰিলন্ত ৰজনী বঞ্চঁন॥ ৩৪০

প্ৰাতসত্তে আসি বাহুদেব নৰপাল।
শ্ৰীবৎস সংহতি বসিলন্ত সভামাল॥
বনপৰ্ব্ব সেষ কথা ইটো সু আক্ষান।
একান্তে শ্ৰৱন কৰা চিন্তি নাৰায়ন॥ ৩৪১

---

## বৰদান।

প্ৰভাতে বাহুক ৰাজা, নগৰিয়া যত প্ৰজা
বসি সভা আনন্দ বিধান।
হেন সময়ত শুনী, গৰ্জন্ত আকাসি বাণী
সুনা সভাসদ ৰাজাগন॥ ৩৪২
অমৰ গন্ধৰ্ব্ব যক্ষ, সকলি আমাৰ ভক্ষ
তেসম্বেঁ মোহোক ভাল জানে।
বিদ্যাধৰি বিদ্যাধৰ, ৰাক্ষস কিন্নৰ নৰ
সবে মানে শ্ৰীবৎস নামানে॥ ৩৪৩
ক্ৰোধে কম্পঁমান শনী, আসিলা মাৰুত ভুমি
যৈতে সভা মধ্যে ৰাজাগণ।
আৰক্ত হেঙ্গুল বৰ্ণ, যেন অঙ্গ তপ্ত স্বৰ্ণ
কতিটতে সুৰক্ত বসন॥ ৩৪৪
ৰক্তজবা যেন প্ৰভা, প্ৰকাশ কৰন্ত সভা
দৰতে কাম্পঁয় জত জন।
সসংকিত নৃপগণ, উথিলন্ত তাৰক্ষণ
কৰযোৰে কৰন্ত স্তবন॥ ৩৪৫

তুমি সকলোৰে সাৰ, তুমি বিনে নাহি আৰ
ত্ৰিভুবনে কৰন্ত পুজন।
সৰ্ব্ব ভুতে থাকা তুমি, তুমি সকলোৰে স্বামী
নৱগ্ৰহ ৰুপী জনাৰ্দ্দন॥ ৩৪৬
আৰ কতো স্তুতি ভুপ, কৰিলন্ত বহুৰুপ
তেবে ভুস্ত হুয়া সনি কয়।
ধন্য তুমি মহাৰাজা, এবে মোৰ কৰ পূজা
আৰু তোৰ নাহি আন ভয়॥ ৩৪৭
দেসে জাও নৰবৰ, একচত্ৰি ৰাজেস্বৰ
কৰি দস হাজাৰ বছৰ।
লভি পুত্ৰ সত জন, আৰু কন্যা মহাধন
অন্তে বাস বৈকুণ্ঠ নগৰ॥ ৩৪৮
নিছিন্তিলা মোৰ হীত, দুঃখ পাইলা অপ্ৰমিত
এবে ৰাজো কৰিয়ো গমন।
শ্ৰীবৎসক দিয়া বৰ, অন্তৰ্দ্ধান শনৈস্বৰ
চলি জান্ত বৈকুণ্ঠ ভুবন॥ ৩৪৯

---

## শ্ৰীবৎস দুই ভাৰ্য্য সহিত স্বৰাজ্যে গমন।

যুধিষ্ঠিৰ নিগদতি শুনা গদাধৰ।
বৰ দিয়া গৈল সনি অমৰ নগৰ॥

কি কৰ্ম্ম কৰিলে তেন্তে শ্ৰীবৎস নৃপতি।
কিবা কৰ্ম্ম আছৰিলে বাহু নৰপতি॥ ৩৫০
যাদৱ বোলন্ত ৰাজা কথা বিতোপন।
তাত পাছে সনি যেবে কৰিলা প্ৰষ্ঠান॥
আনন্দীত বাহুৰাজা বান্ধৱ সহিতি।
নগৰত হোন্ত নানাবিধ নৃত্য গিতি॥ ৩৫১
সত সত বাদ্য বাৱে প্ৰতি ঘৰে পৰে।
হৰ্ষিত বিধানে কেঁহো পাসক্ৰিড়া কৰে॥
বোয়াইলন্ত সাৰি সাৰি গুৱাক কদলি।
থানে থানে সজাইলন্ত ফুলমাল থুলি॥ ৩৫২
ধন্য ৰাণী গৰ্ভে ভদ্ৰাৱতী জন্ম দিলা।
শ্ৰীবৎসক হেন বড় ঘৰে বসি পাইলা॥
হেন মতে কোয়াকুই কৰে অন্য জন।
হৰিস ভৈলন্ত তান প্ৰজা সৰ্ব্বজন॥ ৩৫৩
একদিন প্ৰাতসে উঠিয়া শীঘ্ৰ গতি।
সসুৰক নিবেদিলা শ্ৰীবৎস ভুপতি॥
আদেশ দিয়োক দেৱ কৰোঁহো গমন।
বহুকাল নেদেখিলো জ্ঞাঁতি ভাই গন॥ ৩৫৪
আজি আমি নীজ ৰাজ্যে কৰিবোঁ গমন।
শুনি সাৰথিক বোলে বাহুক ৰাজন॥
আজ্ঞাঁ মাত্ৰে সাৰথি গৈলন্ত শীঘ্ৰগতি।
দিব্য ৰথখান আনি জোগাইলা তহিতি॥ ৩৫৫

পুন ৰাজা বোলে জাশ সৈন্য আয়োজন।
শ্ৰীবৎস কহয় দেৱ নাহি প্ৰয়োজন॥
দক্ষিন সাগৰ পাৰে আমাৰ নগৰ।
সেনা হাতি জাইতে নপাৰে অস্বৱৰ॥ ৩৫৬
ৰাজা বোলে কি মতে যাইবা তুমি তথা।
শ্ৰীবৎস কহন্ত ৰাজা সহায় দেবতা॥
তাল বেতালক ৰাজা কৰিলা স্মঁৰণ।
স্মঁৰন কৰেন্তে আসিলন্ত দুইজন॥ ৩৫৭
সন্তৰে প্ৰনামি ৰাজা উথিলা ৰথত।
চিন্তা ভদ্ৰা দুই ভাৰ্য্যা বসিলা কাসত॥
সাৰথি বৈসন্ত ৰথে দুই দেৱ মুৰ্তি।
বায়ুবেগে জান্ত ৰথ অপ্ৰমিত গতি॥ ৩৫৮
নিমিষে চলিলা দস হাজাৰ যোযন।
তালক পোছন্ত হোৱে এহি কোন স্থান॥
বুলিলন্ত এহি ৰম্য সুৰভী কানন।
অনন্তৰে পশিলন্ত কাঠুৰি ভুবন॥ ৩৫৯
তাল কহে মহাৰাজ দেখোক নয়নে।
পোৰামিণ ভাষে জলে এহি সব স্থানে॥
ভাঙ্গা নাৱে আসি সনি কঠা হৰিনীল।
চক্ষুৰ নীমিষে সেহি থান আন্তৰিল॥ ৩৬০
প্ৰবেস কৰন্ত পাছে আপোন নগৰ।
ৰথহন্তে ৰাজা ৰাণী নামে তিনি জন॥

পদব্রজে চলি জান্ত ৰাজা থিৰে থিৰ।
বার্তা শুনি প্রজা সব আসে নিৰন্তৰ॥ ৩৬১
মৃত শৰীৰত যেন জীৱন পাইলন্ত।
ঘাতে বাতে নৰনাৰী বেঢ়ি বেঢ়ি চান্ত॥
বাম পাষে দুই ৰানি সিংসাসনে ৰাজা।
পাত্র পাৰিসদ আসি কৰিলন্ত পুজা॥ ৩৬২
সুহৃদ বান্ধৱ ৰাজ্যে আছিলা যতেক।
বার্তা শুনী ভেতিলন্ত আসিয়া প্রত্যেক॥
বান্ধৱ সানন্দ নীৰানন্দ সত্রুগন।
ৰাজ্যে ৰাজা পুর্ব্ব অতে কৰন্ত পালন॥ ৩৬৩
চিন্তা ভদ্রা দুই ভার্য্যা যেহেন সাবিত্রী।
ক্রমে সত পুত্র দুই প্রসবিলা সতী॥
যুগল ৰাণীৰ হস্তে দুই কন্যা ধন।
অমৃততে অতিৰিক্ত ভৈলন্ত ৰাজন॥ ৩৬৪
দির্ঘ কাল ৰাজ্য পালি শ্রীবৎস ৰাজন।
ধর্ম্ম কর্ম্ম কৰিলন্ত নজাই বর্ন্নন॥
সর্ব্বসুখে ৰাজ্যে বসি পৰম কৌতুকে।
অন্তকালে তিনি প্রাণী গৈলা বিস্নুলোকে॥ ৩৬৫
অতএব ধর্ম্মৰাজা কৰোঁ নীবেদন।
দেৱাধিন কর্ম্মে সোক কৰাঁ অকাৰণ॥
শ্রীবৎস চৰিত্র আৰু সনিৰ মাহাত্ম্য।
যিবা সুনে যিবা পঢ়ে হোৱন্ত পবিত্র॥ ৩৬৬

কদাছিতো শনি ভয় তাহাংক নপায়।
সাস্ত্ৰৰ বছন হেন মুনিগনে কয়॥
অনন্তৰে জগন্নাথ ভৈলন্ত মেল্মানী।
পাঞ্চঁ ভাই দ্ৰৌপদীক বুলি পৃয় বাণী॥ ৩৬৭
বন্দো মহামুনি ব্যাস তপস্বী তিলক।
মহামুনী পৰাশৰ যাহাৰ জনক॥
বেদ সাস্ত্ৰ মাঝে নীষ্ঠ স্লুদ্ধ বুদ্ধি ধিৰ।
নিল পদ্ম বৰ্ণ জিনী কোমল শৰীৰ॥ ৩৬৮
সিৰে শোভা দেন্ত কনকৰ জতাভাৰ।
বিসাল শৰীৰ পাৰিধান বাঘাম্বঁৰ॥
বাল্যকাল হন্তে যাৰ তপস্যা সম্পঁতি।
তাহান চৰনে কৰোঁ অসেষ প্ৰনতি॥ ৩৬৯
অৰন্য পৰ্ব্বৰ ইটো শ্ৰীবৎস অক্ষান।
জানোবা নজানো আমি কৰিলো বাখান॥
অজ্ঞানীৰ পদ বুলি নকৰোক হেলা।
অনায়াসে স্লুনাইতো গোবিন্দৰ লিলা॥ ৩৭০
দ্বিজ গুৰু পিত্ৰি মাতৃ প্ৰনামি চৰন।
দ্বিজ চাৰুচন্দ্ৰে কৰোঁ পুথি সমামন॥ ৩৭১



# জাননী ।



## পাতালীকাণ্ড ৰামায়ণ !!

সুলভ মূল্য ॥০

## শ্ৰীবৎস চিন্তাৰ বনবাস !!

সুলভ মূল্য ॥০ ।



উপৰত লীখা দুই খান কিতাপ নিউ তাক ৶০ অনাতে দিয়া হব দাকমাসুলো আগি দিগ নিম্ন থিকনাত পাব। আৰু— শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্যৰ দোকানত কিনিবলৈ পাব।

থিকনা—

শ্ৰীচাৰুচন্দ্ৰ শৰ্ম্মা থাকুৰ

পোঃ হেলেম, সিংলীজান আসাম